PHENIX PAKHIR GAN : An Assamese social novel written by Nabin Baruah and published by M/s Purbanchal Prakash, G. N. Bordoloi Road, Ambari, Guwahati-781001. Price : Rs. 18·00 only

---

। প্ৰকাশক : পূৰ্বাঞ্চল প্ৰকাশ ॥
॥ গোপীনাথ বৰদলৈ পথ : আমবাৰী : গুৱাহাটী-৭৮১ ০০১ ॥
॥ ছাপা : শ্যামা প্ৰেস ॥
॥ ২০বি, ভুবন সৰকাৰ লেন, কলিকাতা-৭০০ ০০৭
শ্ৰীশিশিৰ কুমাৰ সৰকাৰ দ্বাৰা মুদ্ৰিত ॥
॥ প্ৰথম প্ৰকাশ : ডিচেম্বৰ ১৯৭৩ ॥
॥ পূৰ্বাঞ্চল সংস্কৰণ : মে ১৯৮৯ ॥

---

মূল্য : ১৮·০০ টকা মাত্ৰ

উৎসর্গ

আইমণি মাহী

আক

লিলি, মামণি

মাখনি

আবতি মাহীক

শ্ৰদ্ধা আক মৰমৰে।



Bourgeois marriage of our own· times is of two kinds. In Cotholic countries the parents, as here-to-fore, still provide a suitable wife for their young bourgcois son······In protestant countries, on the other hand, it is the rule that the bourgeois son is allowed to seek o wife for himself from his own class, more or less freely.

In both cases, however, marriage is determined by the class position of the participants. and to that extent always remains marriage of convenience. In both cases, this marriage of convenience often enough turns into the crassest prostitution—sometimes on both sides but much more generally on the part of the wife, who differs from the ordinary couotesan only in that she does not hire out her body, like a wageworker, on piecework, but sells it into slavery once or all.

F. Engels : *The origin of the Family Private property and the state.*

## ॥ এক ॥

: কি খাবা ?

মই উচাপ খাই উঠিলোঁ।

এটা নিষ্ঠুৰ প্ৰশ্নৰ দৰে মই উচাপ খাই উঠিলোঁ। মই এবাৰ ঝৰ্ণাৰ মুখৰ ফালে চালোঁ।

ঝৰ্ণাই মোৰ মুখৰ ফালে নিৰ্লিপ্তভাৱে চাই আছে।

মোৰ কাষত যে অৰ্ডাৰ ল'বৰ বাবে বেহেৰাটো ৰৈ আছিল, মই মন কৰা নাছিলোঁ। এবাৰ তাৰ ফালে মই ঘূৰি চালোঁ। তাৰ ফালে চোৱা দেখি সি এবাৰ মোৰ ফালে তাৰ মুৰটো অকণমান হেলনীয়া কৰি মোৰ মুখৰ অৰ্ডাৰটো শুনিবলৈ যেন আনুগত্য প্ৰকাশ কৰিলে। তাৰ সেই আনুগত্যৰ প্ৰতি একো সঁহাৰি নজনাই মই মুখখন ঝৰ্ণাৰ ফালে ঘূৰাই আনিলোঁ।

ঝৰ্ণাই সেই একে নিৰ্লিপ্তভাৱে মোলৈ চাই আছে।

মই দেখিলোঁ ঝৰ্ণাৰ সম্মুখৰ আধা খোৱা 'জীন'ৰ গিলাচটো, 'এচ্‌ট্ৰে'ত জ্বলি থকা চিগাৰেটটো একেদৰেই আছে।

টেবুলৰ ওপৰত পৰি থকা আধা খোলা "ইণ্ডিয়া কিংছ্‌"ৰ পেকেটটোৰপৰা মই এটা চিগাৰেট উলিয়াই আনি ওঁঠৰ কোৱাৰিত ললোঁ।

ওঁঠেৰে চিগাৰেটটো চেপি ধৰাৰ লগে লগে স্বয়ংক্ৰিয় যন্ত্ৰৰ দৰে নিৰ্লিপ্তভাৱে ঝৰ্ণাই টেবুলৰ ওপৰত পৰি থকা গেচ্‌লাইটাৰটো জ্বলাই মোৰ ফালে আগবঢ়াই দিলে।

"থেঙ্ক ইউ"—সাধাৰণ সৌজন্যতা প্ৰকাশ কৰাৰ লগে লগে ঝৰ্ণাই এটা শেঁতা হাঁহি মাৰিলে আৰু মোক ক'লে, "হ'ব হ'ব, সৌজন্যতা প্ৰকাশ নকৰিলেও হ'ব। কোৱা কি খাবা—জীন, হুইস্কী নে বীয়েৰ ?"

: বীয়েৰ।

মোৰ মুখৰ শব্দটো শুনি টেবুলৰ কাষৰপৰা বেহেৰাটো আঁতৰি গ'ল। সি আঁতৰি যোৱাত মই যেন এক স্বস্তিৰ নিশ্বাস পেলালোঁ।

ঝৰ্ণাই এচ্ ট্ৰেৰ ওপৰত জ্বলি থকা চিগাৰেটটো আনি ওঁঠৰ কোৰাৰিত ল'লে। চিগাৰেটটো ইতিমধ্যে মুমাই গৈছে। মুমাই যোৱা চিগাৰেটটো এচ্ ট্ৰেটোত পেলাই তাই নতুন এটা জ্বলাই ল'লে।

আমাৰ মাজত কোনো কথা নাই।

অলপ পিছতে ট্ৰে এখনত বীয়েৰ এবটল আৰু বীয়েৰ খোৱা মাগ্ এটা বেহেৰাটোৱে আনি থ'লেহি। মাগ্ টো মোৰ সন্মুখত থৈ বেহেৰাটোৱে বীয়েৰখিনি বাকি দিব খোজোঁতেই ঝৰ্ণাই ইঙ্গিতেৰে বাধা দি ক'লে, "ওৱান্ প্লেট ফিংগাৰ চিপছ্।"

: জী মেমচাব্।

মেমচাব্ মানে ঝৰ্ণাৰ কালে মুখটো অকণমান হাওলাই সি আঁতৰি গ'ল।

গ্লাচৰ মাগ্ টোত ঝৰ্ণাই বীয়েৰখিনি লাহে লাহে ঢালিব ধৰিলে।

মই এইবাৰ চাৰিওকালে চালোঁ। 'বাৰ'খনত বেছি মানুহৰ সমাগম এতিয়াও হোৱা নাই। যি দুই-এজন আছিছে তেওঁলোক সম্ভৱ এই হোটেলৰ বাসিন্দা। সকলোৱেই অন্য প্ৰদেশৰ মানুহ। অসমীয়া এজনো চকুত নপৰিল। সম্ভৱ 'বাৰমেন্'জনেই একমাত্ৰ অসমীয়া।

অসমীয়া ল'ৰা কেতিয়াবা বাৰমেন হ'ব বুলি মোৰ কেতিয়াও ধাৰণা নাছিল। কেতিয়াবা হ'লেও এই কামৰ কাৰণে উপযুক্ত হ'ব বুলি মই ভাবিব পৰা নাছিলোঁ।

মোক খাবলা কিন্তু অসন্তোষ পৰিণত হ'ল। প্ৰথম যেতিয়া এই হোটেলখনলৈ আহিছিলোঁ, সেইদিনাই মই অবাক হৈছিলোঁ। অসমীয়া মানুহে এনে ধৰণৰ অভিজাত হোটেল এখন পৰিচালনা কৰাত কিমানদূৰ কৃতকাৰ্য্য হ'ব, সেই বিষয়ে মোৰ যথেষ্ট সন্দেহ আছিল। মোক আটাইতকৈ অবাক কৰিলে এটা কথাই—যিখন হোটেলত অসমীয়া মানুহে সাধাৰণতে কেতিয়াও থাকিবলৈ নাযায়, সেইখন হোটেলত বিচেপ্‌চন্ কাউণ্টাৰবপৰা টয়লেট কমলৈকে এটা অসমীয়া পৰিৱেশ এওঁলোকে সৃষ্টি কৰিছে। তাৰ লগে লগে এওঁলোকে এটা নতুন ব্যৱসায়ী ভাষাও আমদানি কৰিছে।

এক ব্যৱসায়ী পৰিৱেশ গঢ়ি তোলাত এটা ব্যৱসায়ী ভাষাৰো বৰ প্ৰয়োজন। অসমীয়া মানুহে এই ভাষাটো নজনাৰ কাৰণে ব্যৱসায় কৰিব নোৱাৰে। যেই কোনো এখন অসমীয়া দোকান আৰু এখন অনাঅসমীয়া দোকানত সোমালে এই কথাষাৰ খুউব ভালকৈ অনুভব কৰা যায়।

এই কথাষাৰ মই বেছিকৈ অনুভব কৰিছিলো এবাৰ মোৰ দিল্লী ভ্ৰমণত 'চুপাৰ মাৰ্কেট'ত বিস্কুট বিক্ৰী কৰি থকা এজনী পাঞ্জাবী 'ছেলচ্‌ গাৰ্ল'ৰ ওচৰত। দিল্লীৰ চুপাৰ মাৰ্কেটত অন্য বহু বজাৰ কৰিলেও মই অন্ততঃ বিস্কুট কিনিবলৈ কেতিয়াও যোৱা নাছিলোঁ। চুপাৰ মাৰ্কেটখন ঘূৰি ঘূৰি কোনো উদ্দেশ্য নোহোৱাকৈ আহি বিস্কুট বিক্ৰী কৰি থকা এই ছোৱালীজনীৰ কাষত যেতিয়া বৈছিলোঁহি, এটি মিঠা হাঁহিৰে তাই বিস্কুটৰ প্লেট এখন মোৰ ফালে আগবঢ়াই দি সুন্দৰ হিন্দীত কৈছিল—"ক্ষমা কৰিব, আপোনাক বৰ ক্লান্ত দেখিছো, ইয়াৰ এটি বিস্কুট খাই চাওকচোন, আপুনি ঘৰলৈ উভতি যাবৰ বাবে শক্তি পাব।..."

"ধন্যবাদ",—মই কৈছিলোঁ, "মোৰ বিস্কুটৰ প্ৰয়োজন নাই।"

"আপুনি বিস্কুট কিনাৰ কোনো প্ৰয়োজন নকৰে",—তাই কৈছিল, "আপুনি এইখন প্লেটবপৰা এখন বিস্কুট খোৱাৰ কাৰণে কোনো পইচা

ভবিব নালাগে ; কিন্তু এখন বিস্কুট খালেই ইয়াব গুণাগুণ আপুনি অনুভৱ কৰিব পাৰিব।"

ইয়াৰ পিছত হোৱালীজনীয়ে তাই বিক্ৰী কৰা বিস্কুটৰ গুণাগুণৰ ওপৰত এটি সৰু বক্তৃতা আৰম্ভ কৰি দিলে। অৱশেষত মই তাইৰ প্লেটৰপৰা এখন বিস্কুট মুখত ভৰোৱাই নহয়, আধা পাউণ্ড বিস্কুটো তাইক দিবলৈ ক'বলৈ বাধ্য হৈছিলোঁ। মোৰ অৱস্থাটো দেখিয়েই মোৰ লগত যোৱা বন্ধু পুলিন বাজখোৱাই তাইক জোকাবলৈকে সুধিছিল, "এই বিস্কুট খাই এওঁৰ হ'ব লগা ভাবী পত্নী তোমাৰ নিচিনা ধুনীয়া হ'ব নে ?" তাই এটা মিঠা হাঁহি মাৰি কৈছিল, "আপুনি কি কয় ভাইচাহাব, মোৰ নিচিনা এজনী সাধাৰণ ছেলছ্ গাৰ্লৰ সৌন্দৰ্য্যৰ লগত কিয় তুলনা কৰিছে ভাবীজীক ; কিন্তু মই নিশ্চিত, তেখেতে যদি এই বিস্কুট খায়, বিয়াৰ পিছৰ দৈনিক বজাৰৰ তালিকাৰ লগত মোৰ এই বিস্কুটো থাকিব। সেই সময়ত মই আপোনালোকৰ সেৱা কৰিবলৈ পালে যথেষ্ট সুখী হম। অৱশ্যে সেই সময়ত মই ইয়াত নাথাকিলেও মই নিশ্চিত যে মোৰ বিস্কুটৰ গুণাগুণ একেই থাকিব।"

সেই সময়ত মোৰ খুউব মনত পৰিছিল গুৱাহাটীৰ 'সহায়িকা'ৰ কথা। এনে চুপাৰ মাৰ্কেটৰ আৰ্হিতে নিৰ্মাণ কৰা 'সহায়িকা'ত এটা সাধাৰণ টুথপেষ্ট কিনিবলৈ গৈ পোন্ধৰ-বিশ মিনিট বোৱাৰ পিছতো গোমোঠা মুখৰপৰা উচ্চাৰিত 'কি লাগে' এই চুটি শব্দ দুটা শুনিবৰ বাবে ধৈৰ্য্যৰে বাট চাই থাকিব লগা হোৱা অৱস্থাটো খুউব সম্ভৱ একমাত্ৰ মোৰে অভিজ্ঞতা নহয়, 'সহায়িকা'ত বজাৰ কৰিবলৈ যোৱা প্ৰায়বোৰ মানুহৰে নিশ্চয় এনে অভিজ্ঞতা আছে। অসমীয়া দোকানত সদায় এটা কথা মই লক্ষ্য কৰোঁ, 'আপোনাক কি লাগে' সেই প্ৰশ্নটো কেতিয়াও নকৰে, আপুনিহে ক'ব লাগিব আপোনাৰ কি বস্তুৰ প্ৰয়োজন।

কিন্তু এই অভিজাত হোটেলখনত প্ৰথম দিনা সোমায়েই মই অবাক হৈ গৈছিলোঁ।।

*প্ৰথমবাৰ মই আহিব লগা হৈছিল মোৰ বন্ধু পঙ্কজ চুৰবাৰ লগত।*

পঙ্কজ হ'ল অসমৰ অভিজাত সমাজৰ শেষ নিদৰ্শন। পঙ্কজৰ ককাক আছিল বৃটিছৰ দিনৰ ৰায় বাহাদুৰ, কেইবাখনো চাহ-বাগিচাৰ মালিক। তেখেতে যেনেদৰে উপাৰ্জন কৰিছিল, সেইদৰে দুহাতেৰে যিমান পাৰে ভোগ-বিলাসত খৰচ কৰিছিল। পঙ্কজৰ দেউতাকো আছিল ককাকৰ সুযোগ্য পুত্ৰ। অৱশ্যে তেখেতে উপাৰ্জনতকৈ খৰচৰ সংখ্যা বেছি বঢ়াইছিল। পঙ্কজে এতিয়াও গৌৰৱ কৰে, তাৰ দেউতাকৰ মৃত্যুৰ সময়ত থকা ঘৰটোৰ বাহিৰে বাগিচা, সা-সম্পত্তি আদি বন্ধক আৰু বিক্ৰীত যদিও শেষ হৈ গৈছিল, তথাপি মৃত্যুৰ আগমুহূৰ্ত্ততো তেওঁ 'স্কট্‌চ্ হুইস্কী' খায়ে মৃত্যু বৰণ কৰিছিল।

পঙ্কজে অৱশ্যে দেউতাকৰ দৰে দুহাতেৰে খৰচ কৰাৰ সুযোগ নাপালে, সা-সম্পত্তি যি আছিল দেউতাকে শেষ কৰি গ'ল। আভিজাত্যৰ শেষ নিদৰ্শন হিচাপে থকা ঘৰটো, দেউতাকৰ দিনৰ পুৰণি ভেন্‌গাৰ্ড গাড়ীখন আৰু এটা বন্দুক এতিয়াও আছে। এই তিনিটা বস্তু পঙ্কজে বৰ যতন কৰি ৰাখিছে। বিদেশী কাৰ্টিজৰ অত্যাধিক দামৰ কাৰণে তাৰ চিকাৰত চখ থাকিলেও সি আজিকালি চিকাৰলৈ নাযায়। দেশী কাৰ্টিজ ভৰাই ককাক-দেউতাকৰ ঐতিহ্যৰ ওপৰত সি গুলী চলাব নোৱাৰে। গাড়ীখন চলাই ৰখাবো তাৰ সামৰ্থ্য নাই, দৈনিক গাড়ীখন ধুই-পখালি ৰাখে যদিও মাহেকত এবাৰ বা দুবাৰতকৈ সি গাড়ীখন লৈ ক'লৈকে নাযায়। গাড়ীখনৰ বিভিন্ন অংশৰ বৰ্তমান যি অৱস্থা, গাড়ীখন সি গুৱাহাটীৰ বাহিৰলৈও নিবলৈ সাহস কৰিব নোৱাৰে। সেইবাবে সি আজি বহুদিন গুৱাহাটীৰ বাহিৰলৈ যোৱা নাই। বাহুত উঠাৰ সাহস সি গোটাব

নোৱাৰে। গুৱাহাটীৰ যি ঠাইলৈকে গৈছে, সি সবাপকস্ত খোজ কাঢ়িয়েই গৈছে, অগত্যা বিস্রাত। চিটি বাছৰ কথা সি ভাবিবই নোৱাৰে।

তাৰ আগৰেপৰা এটা চখ আছিল, কিছু পইচা-পাতি গোটাই-মেলি বছৰেকত এবাৰ বা দুবাৰ কলিকতালৈ প্লেনেৰে গৈ কিছুদিন কটাই অহা। তাৰ যে কলিকতাত কিবা কাম থাকে সেইটো নহয়. কলিকতাৰ দামী হোটেলত থাকে, মদ খায়, 'কেবাৰে' চাই সি দেউতাকৰ দিনৰ দিনবোৰলৈ উভতি আহে। এনিশা বা দুনিশা কোনো 'কলগাৰ্ল'ৰ লগত কটায়। পিছে এই বিষয়ত সি বৰ 'পাৰ্টিকুলাৰ'। যি কোনো ছোৱালীৰ লগত সি নিশা নকটায়। ছোৱালীজনীয়ে আগতে কাৰ কাৰ লগত কটাইছিল, তাৰ সম্পূৰ্ণ ডায়েৰী সি জানিব লাগিব। যদি সেইবোৰ মানুহৰ আভিজাত্যৰ প্ৰতি তাৰ অলপো সন্দেহ উদয় হয়, সেই মুহূৰ্ততে ছোৱালীজনী যিমানেই আকৰ্ষণীয় নহওক কিয়, সি তাইৰ লগত নিশা নকটাইছিল।

লাহে লাহে সি কলিকতালৈ যোৱাৰ খৰচো গোটাব নোৱাৰা হ'ল। মাকে, বংশ-পৰিয়ালৰ সকলোৱে তাক বিয়া কৰোৱাৰ কথা কৈছিল। সি কিন্তু একে আষাৰে 'নকৰোঁ' বুলি কৈছিল। মাকক সি সুধিছিল, "মা, তোমাৰ বিয়াৰ জোৰোণত কেই চেট্ গহনা দিছিল?" এই প্ৰশ্নটো কৰিলে মাক মনে মনে থাকে। মাকৰ ইচ্ছা আছিল আগৰেপৰা তেওঁলোকৰ পৰিয়ালৰ লগত সম্পৰ্ক থকা বিজয়কৃষ্ণ চলিহাৰ ছোৱালী অনুৰাধাৰ লগত পঙ্কজৰ বিয়া পতা। এবাৰ চলিহানীৰ আগতো কথাটো কৈছিল। চলিহানীয়ে বৰ সাৱধানেৰে কথাটো এৰাই গ'ল। কিছুদিনৰ পিছত শুনিলোঁ, শহুৰেকৰ এসময়ত বান্ধনি হৈ থকা হৰকান্তৰ নাতিয়েকৰ লগত অনুৰাধাৰ বিয়া পতাৰ কথা। ল'ৰাটো বোলে নামৰূপৰ কিবা ডাঙৰ ইঞ্জিনীয়াৰ। কথাষাৰ শুনি সেইদিনা পঙ্কজৰ মাক ৰখন পৰা মানুহৰ দৰে হৈছিল। তেখেতে তাৰ আগত কৈছিল, "আজি

কাজি যে কি হ'ল—বেছি দৰ্মহা পোৱা চাকৰি হ'লেই হ'ল নে, এনেকৈ বংশ-পৰিয়াল নোচোৱাকৈ ছোৱালীজনী দিব লাগে নে ?"

আজিকালি কি হ'ল পঙ্কজে বুজে। পিছে বুজিও সি যেন ইয়াক গ্ৰহণ কৰিব নোৱাৰে। তাৰ জীৱনৰ 'ট্ৰেজেডি' সম্ভৱ সেই-খিনিতেই। সি ভাবে, মাকৰ দৰে কথাবোৰ সি বুজি নোপোৱাকৈয়ে থকা হ'লে বেছি ভাল আছিল, বুজে কাৰণে সি অলপ বেছি অসুখী।

সেই পঙ্কজেই মোক প্ৰথম দিনা লৈ আহিছিল এইখন অভিজাত হোটেললৈ। হোটেল 'চান্ ভিউ' নামটো মোৰ চিনাকি। চহৰৰ কোনো এটা প্ৰান্তত যে এই হোটেলখন নিৰ্মাণ হৈছিল সেই খবৰটো পাইছিলোঁ। তাতকৈ বেছি অৰণ্যে একো গম নাপাওঁ। এবাৰ লাগেৰে নদী পাৰ হওঁতে মোৰ এক বন্ধুৱে লাজৰণৰা নদীৰ পাৰত থিয় হৈ থকা প্ৰকাণ্ড সুদৃশ্য বিল্ডিংটোলৈ আঙুলিয়াই কৈছিল, "সৌটোৱেই 'চান্ ভিউ' হোটেল। লাজৰণৰা যিমানখিনি দেখা যায়, সেই সিমানকণেই আছিল চাক্ষুষ সম্পৰ্ক। 'চান্ ভিউ' হোটেলখন দেখুৱাই দিয়া বন্ধুজনেই আৰু খবৰ দিছিল, ভাল হোটেল এখন নথকাৰ বাবে বিদেশী 'টুৰিষ্ট' আদি অসমলৈ নাহে। এই হোটেলখনে আংশিকভাৱে সেই অভাৱ পূৰণ কৰিব ইত্যাদি। হোটেল-ব্যৱসায় যে এটা 'ইণ্ডাষ্ট্ৰি' সেইদিনা তেওঁ মোক লাজ্‌খন সিপাৰে ঘাট নোপোৱালৈকে বুজাই গ'ল। কথা পাতিবলৈ আমাৰ অন্য কথা নাছিল বাবে লাজ্ ঘাটত লগালৈকে ই এটা আলোচনাৰ বিষয় আছিল। লাজ্ ঘাটত লগাৰ লগে লগে 'চান্ ভিউ' হোটেলৰ অস্তিত্বও মোৰ মনৰপৰা ক'ৰবালৈ উৰা মাৰিলে।

খুউব সম্ভৱ মই জনাত এই হোটেলখন নিৰ্মাণ হোৱাত আটাইতকৈ সুখী হৈছিল পঙ্কজ চৰবা। পঙ্কজে এদিন খুউব গৌৰৱেৰে মোক কৈছিল, "বুজিছ, গুৱাহাটীৰ এটা ডাঙৰ অভাৱ পূৰ্ণ হ'ল। মই আজি হোটেল 'চান্ ভিউ'লৈ গৈছিলোঁ—"

ইয়াৰ পিছত ভাৰতৰ কোনো কোনো ডাঙৰ হোটেলৰ কথাত

তুলনা কৰি সি অৱশেষত এটা সিদ্ধান্তলৈ আহিছিল যে সেইবোৰ হোটেলৰ নিচিনা আমোদ-প্ৰমোদৰ ব্যৱস্থা নহ'লেও কোনো অভিজাত পৰিয়ালৰ মানুহে ইয়াত থাকিবলৈ বেয়া নাপায়। বিশেষকৈ সি সুখী হৈছিল এটা কাৰণত, সৰু হ'লেও এখন ভাল বাৰ এইখন হোটেলত আছে। অন্ততঃ মদ খাবৰ কাৰণে সি কলিকতালৈ যাবলৈ আৰু চিন্তা কৰিব নালাগে।

পঙ্কজে নিয়মিত দেউতাকৰ দৰে মদ নাখায়। কিন্তু যেতিয়া খায় তাক বৰ আৰামত খাবলৈ লাগে। বহুবেকত এদিনৰ কাৰণে খালেও তাৰ বাপেক-ককাকৰ ঐতিহ্য সি ৰক্ষা কৰি খাবলৈ বিচাৰে।

মাহেকত এবাৰ সি এইখন বাৰলৈ যায়। সেইদিনা তাৰ ঘৰৰ বৃহৎ কম্পাউণ্ডটোৰপৰা এবাৰ তাৰ অতি মৰমৰ পুৰণি ভেন্‌গাৰ্ড-খন বাহিৰ ওলায়।

পঙ্কজৰ নিজৰ শ্ৰেণীটোৰ লগত মিলিব পৰাকৈ পইচা নথকাৰ কাৰণে আৰু আমাৰ নিচিনা শ্ৰেণীৰ (যাৰ আভিজাত্যৰ নিদৰ্শন পাণবজাৰৰ এখন বেষ্টোৰাঁত একাপ চাহ লৈ দেশ-বিদেশৰ ৰাজনীতিৰ-পৰা 'নিউ ওৱেভ' চিনেমালৈকে আলোচনা কৰা) লগত মিলিবলৈ তাৰ যথেষ্ট শঙ্কা থকাৰ কাৰণে তাৰ কোনো বন্ধু-বান্ধৱ নাছিল। বন্ধুৰ ভিতৰত ময়ে কিজানি তাৰ একমাত্ৰ বন্ধু। ইয়াৰ কাৰণ সম্ভৱ একেলগে স্কুল-কলেজত পঢ়া প্ৰায়বোৰ বন্ধুৱে তাৰ সেই আভিজাত্যৰ মোহৰ কাৰণে তাৰপৰা আঁতৰি থাকিব বিচৰাৰ দৰে মই তাৰপৰা আঁতৰি থাকিব বিচৰা নাছিলোঁ। সেইবাবে অৱশ্যে মোক আমাৰ বন্ধুবোৰে ঠাট্টা কৰিছিল 'এৰিষ্ট্ৰকেট্' বুলি।

প্ৰথম অৱস্থাতে পঙ্কজক বুজাবলৈ মই চেষ্টা কৰিছিলোঁ। তাক মই খুউব লাহে লাহে হ'লেও যি এক সামাজিক পৰিৱৰ্তনৰ সৃষ্টি হৈছে, সেই পৰিৱৰ্তনৰ কথা কৈছিলোঁ। গান্ধীৰপৰা মাৰ্ক্স লৈকে বহু কথা কৈছিলোঁ; অতি লোৰকালে তাৰতো যে এক বিপ্লৱৰ সূচনা

হ'ব তাক বুজাইছিলোঁ। তাৰ নিচিনা তথাকথিত অভিজাত যুৱকে যে সৰ্বহাৰাৰ বিপ্লৱত নামি পৰিছে তাকো কৈ চাইছিলোঁ; মধ্যবিত্ত চিন্তাধাৰাৰ কঠোৰ সমালোচনা কৰি চাইছিলোঁ, কিন্তু দেখিলোঁ একো ফল নধৰিল। মই মন কৰিলোঁ সি যেন মোৰ বক্তৃতাৰ একান্ত বাধ্য শ্ৰোতা; তাৰ বাহিৰে তাৰ যেন কৰিব লগীয়া একো নাই। বহু সময় মই কথা কোৱাৰ পিছত সি কয়, "তই কোৱা সকলোবোৰ কথা বুজোঁ, কিন্তু মই যেন ঠিক বুজিও কিবা বুজিব নোৱাৰোঁ।" কেতিয়াবা সি কয়, "মই বিয়া-বাক নকৰি কিজানি ভালেই কৰিছো, মোৰো আভিজাত্যৰ বাক্তোনবপৰা মুক্ত হৈ তইঁতৰ নিচিনাকৈ মুকলিমূৰীয়া হৈ কেতিয়াবা খুউব ঘূৰি ফুৰিবৰ মন যায়, কিন্তু এনেকৈ ওলাই আহিব খোজোঁতেই এখন ছবিয়ে আহি মোৰ সন্মুখত বাধাৰ প্ৰাচীৰ হৈ থিয় হৈ পৰে, সেইখন হ'ল দেউতাৰ ছবি; মই বিয়া কৰিলেও মোৰ সন্তানৰ সন্মুখত বাধাৰ প্ৰাচীৰ হিচাপে সয়ে কিজানি থিয় হৈ যাব, তাতকৈ মোৰ মৃত্যুৰ লগে লগে আমাৰ বংশ শেষ হৈ যোৱাই বহুত ভাল হ'ব… ."

তাৰ কথা শুনিলে মোৰ হাঁহি উঠে। মই হাঁহি হাঁহি তাক কওঁ, "তই একেবাৰে 'হিটলাৰ'ৰ দৰে হৈ পৰিছ, হিটলাৰে অন্ততঃ যুঁজ কৰি চাইছিল, যুঁজত হাৰি আত্মসমৰ্পণ কৰাৰ আগতে আত্মহত্যা কৰিছিল। কিন্তু তই যুঁজাও নাই, মাত্ৰ আত্মহত্যা কৰাৰ অপেক্ষাত আছ……তোৰ এয়া মিছা শঙ্কা; ঝৰ্ণাৰ কথা ভাবি নাচায় কিয়? তোতকৈ ঝৰ্ণাৰ সন্মুখত বাধাৰ প্ৰাচীৰৰ সম্ভাৱনা বেছিহে আছিল; ক'তা তাইকতো তোৰ বংশৰ ঐতিহ্য, দেউতাৰ ছবি একোৱে বাধা দি ৰাখিব নোৱাৰিলে…… ।"

সেই প্ৰশ্নৰ উত্তৰ সি কোনো দিনে নিদিয়ে। মযো অৱশ্যে প্ৰশ্নটো এৰাই আহোঁ। মই জানো প্ৰশ্নটোৱে তাক বৰ আঘাত দিয়ে।

: কি ভাবিছা, খোৰ্ৰা।

ঝৰ্ণাৰ প্ৰশ্নটোত মই থতমত খালোঁ। নিজৰ অন্যমনস্কতা ঢাকি ৰাখিবৰ বাবে কলোঁ, "নাই নাই, একো নাই, বাক তুমি মন কৰিছা নে এই হোটেলখনত এটা অসমীয়া পৰিবেশ আছে।"

: "এৰা",—ঝৰ্ণাই ক'লে, "প্ৰথম আহিয়েই মই অবাক হৈ গৈছিলোঁ, ৰিচেপ্‌চন্ কাউণ্টাৰলৈ যোৱাৰ লগে লগে মোক সুধিছিল, আপোনাকে কেনেদৰে সহায় কৰিব পাৰোঁ।......"

: "এৰা, 'হাউ কেন্ আই হেল্প্ ইউ'ৰ সুন্দৰ অসমীয়া ৰূপান্তৰ.....।"

: "টয়লেট কমটো দেখিছা"—ঝৰ্ণাই ক'লে, "তাত টাৱেলৰ সলনি এখন সুন্দৰ ফুলাম গামোচা ওলোমাই থৈছে.....।"

: "পঙ্কজে কৈছিল।" মই কলোঁ, "গুৱাহাটীৰ এটা ডাঙৰ অভাৱ পূৰণ কৰিলে, পঙ্কজে কি অৰ্থত কৈছিল নাজানো, মই এক বেলেগ অৰ্থত সেই কথাষাৰ অনুভৱ কৰিছো......"

: মাজে মাজে বিদেশী আৰু অন্য প্ৰদেশৰ আলহীৰ কাৰণে এওঁলোকে বিহুনাচ আদিৰ প্ৰদৰ্শন কৰে, বুলি খঙ্কিকে কৈছিল। এই ব্যৱসায়িক অনুষ্ঠানবোৰে ইচ্ছা কৰিলে অসমীয়া কলা-সংস্কৃতি চৰকাৰী প্ৰচাৰ যন্ত্ৰতকৈ বেছি ক্ষিপ্ৰ গতিৰে বাহিৰত প্ৰচাৰ কৰিব পাৰে।

: এৰা, পিছে 'এয়াৰ ইণ্ডিয়া'ৰ দৰে আমাৰ দাসত্বৰ প্ৰতীক 'মহাৰাজা'ৰ প্ৰদৰ্শনৰ নিচিনা নহ'লেই হয়......

বাৰু, আমাৰ হস্তশিল্পৰ সৰু 'ষ্টল' এখন ৰিচেপ্‌চন্ কাউণ্টাৰৰ ওচৰত দিব নোৱাৰি নে?

ঝৰ্ণাই ক'লে, "ডাঙৰ ডাঙৰ হোটেলবোৰত বিদেশী টুৰিষ্টৰ কাৰণে এনেবোৰ ষ্টল থাকে। যোৱাবাৰ যে গুৱাহাটীত 'ৰটাৰী'ৰ 'ডিষ্ট্ৰিক্ট্ কন্‌ফাৰেন্স্' হৈছিল; তাৰ যে ডেলিগেটবোৰৰ কি চখ, মোৰ লগত বজাৰ কৰিবলৈ গৈ কেবাগৰাকীও মহিলাই হেজাৰ টকাৰ ওপৰৰ

মুগা-পাটৰ কাপোৰ কিনিছিল; মোৰ জগতে সোকামীবোৰবো চকু থৰ হৈ গৈছিল·····।"

হোটেল 'চান ভিউ'ত কেভিয়াবাকৈ এনে খৰখৰ টল প্ৰচলন হ'ব নে নহয় নাজানো, কথা পাতিবলৈ কিবা এটা বিচাৰি পোৱাত মোৰ ভাল লাগিল। ঝৰ্ণা আৰু মোৰ মাজত বিৰাজ কৰা গোমা পৰিৱেশটো যেন কিছু পৰিমাণে হ'লেও নাইকিয়া হৈ আহিছিল।

ইতিমধ্যে 'পটেট' ফিংগাৰ চিপছ্'ৰ প্লেটখন বেহেৰাটোৱে আনি মোৰ সম্মুখত দি গ'ল। মই মাগ্‌টোলৈ চালোঁ, বীয়েৰখিনিৰ ওপৰত নাচি থকা ফেনখিনিৰ দৰে মোৰ মনত হেজাৰ চিন্তাৰ ঢৌ উঠিছে, অথচ মই সেই চিন্তাৰ উদ্‌গ্ৰীৱতা প্ৰকাশ নকৰিবলৈ আপ্ৰাণ চেষ্টা কৰিছোঁ। ঝৰ্ণাই সম্ভৱ ভাবিছিল মই আহিয়েই বিভিন্ন প্ৰশ্ন কৰি হুলস্থুল কৰি দিম। মোৰ নিচিনা মধ্যবিত্ত চিন্তাৰে আবৃত্ত এটা মানুহে গুৱাহাটীৰ দৰে চহৰ এখনৰ হোটেলৰ বাৰত মোৰ বন্ধু-ভগ্নীক এনে অৱস্থাত হয়তো কেতিয়াও সহ্য কৰিব নোৱাৰিম। ঝৰ্ণাই হয়তো ভাবিছিল, 'তোমাৰ কি হ'ল ঝৰ্ণা? কিয় এনেদৰে অকলে আহি ইয়াত বহি আছা? ছিঃ, ঝৰ্ণা তুমি মদ খাইছা! চিগাৰেট খাইছা? তোমাৰ নিচিনা এজনী ভাল ছোৱালী কিয় নষ্ট হৈছা এনেকৈ? তোমাক মই এদিন কৈছিলোঁ। 'চিম্বল অব্‌ ভ বিভল্যুশন্' বিপ্লৱৰ প্ৰতীক! এয়াই নেকি তোমাৰ বিপ্লৱ—' ঠিক এনেদৰে বহু কৰ্কথনা কৰি তাইক মই ব্যতিব্যস্ত কৰি তুলিম।

কিন্তু মই একো কৰা নাই।

মই একো কৰা নাই এই কাৰণেই যে আজি মই ঝৰ্ণাক যি অৱস্থাত পাইছোঁ তাৰ গোন্ধ, তাৰ অস্তিত্ব মই বহু আগতেই পাইছোঁ। সেই ভয়, সেই শঙ্কাত মই বহুদিন শিহৰি উঠিছোঁ।

কিন্তু আজি আৰু মোক একো ভয় আৰু অস্থিৰতাই ব্যাকুল কৰিব পৰা নাই।

হোটেল 'চান্ ভিউ'ৰ এইখন 'বাৰ'ত মই ঝৰ্ণাৰ অস্তিত্ব-ৰ সহজভাৱেই গ্ৰহণ কৰিছোঁ।

: চিয়েৰ্চ্।

মই বীয়েৰৰ মাগ্‌টো দাঙি ধৰি খুউব সহজভাৱেই শব্দটো উচ্চাৰণ কৰিলোঁ।

: চিয়েৰ্চ্।

ঝৰ্ণাই তাইৰ জীনৰ গিলাচটো দাঙি ধৰিলে।

॥ দুই ॥

আচৰিত, সঁচাই আচৰিত এই নিৰঞ্জনটো। মই ভাবিছিলোঁ। নিৰঞ্জনে আহি হুলস্থূল কৰি দিব, মোক গালি পাৰিব, কৰ্কৰ্থনা কৰিব, জোৰ কৰি ঘাৰৰপৰা লৈ যাবলৈ চেষ্টা কৰিব।

কিন্তু ক'তা, তেওঁ একো কৰা নাই।

নিৰঞ্জনে মদ কেতিয়াবা খাইছিল নে নাই নাজানো। মই কোনোদিন দেখা নাই, কেতিয়াও শুনা নাই।

কোনো এখন হোটেলৰ বাৰত বহি নিৰঞ্জন আৰু মই সন্মুখত মদৰ গিলাচ লৈ 'চিয়েৰ্চ্' কৰিব পাৰিম, সেই কথা মই কেতিয়াও ভাবিব পৰা নাছিলোঁ। মই কেতিয়াও কল্পনা কৰা নাছিলোঁ।

মই জানো, নিৰঞ্জনক সঁচাকৈয়ে মদ খাবলৈ মাতি আনিছিলোঁ? মই কিয় মাতি আনিছিলো নাজানো।

আচলতে নিৰঞ্জনলৈ টেলিফোন কৰাৰপৰা নিৰঞ্জন অহালৈকে আৰু মোৰ সন্মুখত বহি বীয়েৰ খাই থকালৈকে গোটেই ঘটনাবোৰ ইমান দ্ৰুতগতিত ঘটি গ'ল যে এই সকলোবোৰ কথা কেনেকৈ হ'বলৈ পালে মই নিজেই বুজিব নোৱাৰিলোঁ।

মোৰ এনে লাগিছে, মই মদ খোৱাটো যেন নিৰঞ্জনৰ বাবে বৰ সহজ কথা, সাধাৰণ কথা। ঠিক আজিয়েই নহয়, বহুদিন যেন আমি বাৰত বহি বহি এনেদৰে মদ, চিগাৰেট খাই খাই আড্ডা দিছোঁ।

নিৰঞ্জনে বাৰু গোটেই ঘটনাবোৰ ইমান সহজে গ্ৰহণ কৰিছে

কেনেকৈ ? নিৰঞ্জনে ভাবিছে নেকি এজনী পথভ্ৰষ্টা হোৱাজীতকৈ মোৰ আজি আৰু বেলেগ অস্তিত্ব নাই।

সেইজনী ঝৰ্ণা, যিজনী ঝৰ্ণাক নিৰঞ্জনে এদিন কৈছিল, 'বিপ্লৱৰ প্ৰতীক, চিম্বল্ অব্ ষ্ট বিভল্যুশ্বন' ; সেইজনী ঝৰ্ণাক কেনেকৈ নিৰঞ্জনে একেবাৰে পাহৰি গ'ল ?

নিশ্চয় পাহৰা নাই ! যদি পাহৰা নাই তেন্তে কেনেকৈ নিৰঞ্জনে ধৰি লৈছে সেইজনী ঝৰ্ণাৰ মৃত্যু হ'ল।

নিৰঞ্জন।

নিৰঞ্জন বৰুৱা। মোৰ ককাইদেউ পঙ্কজৰ বন্ধু। ককাইদেৱে প্ৰথমে মোক যিদিনা চিনাকি কৰি দিছিল, মই আচৰিত হৈছিলোঁ। মোৰ সন্দেহ হৈছিল, সঁচাকৈয়ে জানো এই মানুহজন ককাই-দেউৰ বন্ধু ?

ককাইদেউৰ কোনোবা বন্ধু আছিল নে নাই মই নাজানো। তেওঁৰ কোনোবা বন্ধু থাকিব পাৰে বুলি মোৰ বিশ্বাস হোৱা নাছিল। যদি কোনোবা আছেও সেয়া নিৰঞ্জন বৰুৱা অন্ততঃ হ'ব নোৱাৰে।

মই ভাবোঁ ককাইদেউৰ একমাত্ৰ বন্ধু মোৰ দেউতা, মোৰ ককাদেউতা। ককাদেউতাক মই দেখা নাই, দেউতাক দেখিছিলোঁ।

দেউতাৰ মৃত্যুৰ পিছত দেউতাৰ ফটোখন, বন্দুকটো আৰু গাড়ীখন এতিয়াও আমাৰ ঘৰত আছে। দেউতাৰ পিছৰপৰা ককাইদেউৰ এইকেইটা বস্তুৱেই একমাত্ৰ সঙ্গী আৰু একমাত্ৰ বন্ধু।

মোৰ ককাইদেউ পঙ্কজ হুৱৰাই এটা অতীত লৈয়ে সন্তুষ্ট হৈ আছে। বৰ্ত্তমানৰ লগত তেওঁৰ একো সম্বন্ধ নাই। সকতে তেওঁৰ বহুত বন্ধু আছিল, কিন্তু সেইবোৰ বন্ধু লাহে লাহে ককাইদেউৰ জীৱনৰপৰা আঁতৰি গ'ল। হয়তো এনেও হ'ব পাৰে, ককাইদেৱে তেওঁলোকৰপৰা আঁতৰি আহিল ধৰিলে।

সকলোবোৰ দেখিছো ককাইদেউৰ এটা ।ৰথা, এটা ভয় ; সেই ভয় আনলৈ নহয়, নিজলৈ । হয়তো তেওঁ বৰ আত্মকেন্দ্ৰিক ।

মানুহৰ সৈতে হেবোই যোৱাৰ ভয়ত তেওঁ কাৰো সৈতে মিলিব নোৱাৰে ; এটা হেবাই যোৱা কল্পিত অতীতক লৈ তেওঁ জীয়াই থাকিব খোজে ।

এনে এজন ককাইদেৱে মোক চিনাকি কৰি দিছিল, "এয়া মোৰ কলেজৰ দিনৰে একমাত্ৰ বন্ধু, নিৰঞ্জন বৰুৱা ।"

মই অবাক হৈ ককাইদেউৰ বন্ধুজনক চাইছিলোঁ ।

পিন্ধনত এযোৰ আওপুৰণি চেন্দেল, টেৰিকটৰ পেণ্ট আৰু কান্ধত বিপু কৰা কটনৰ চার্ট । চুলিবোৰ অলপ বিশৃংখল ।

"কি চাইছা এনেকৈ—" মোক অপ্ৰস্তুত কৰি তেওঁ প্ৰশ্ন কৰিছিল, "চার্টৰ বিপুটো ? এইটো মই নিজে কৰা, মোৰ ভনী-ভনীও নাই চার্টৰ বিপু কৰি দিয়া প্ৰেমিকাও এই দুনিয়াত নাই, এতেকে হোৱালীয়ে কৰি দিয়াৰ দৰে মিহি হোৱা নাই……"

মই লাজত বঙা পৰি গৈছিলোঁ । কিন্তু কথাখিনি কৈ তেওঁ ঢেক্‌ঢেক্‌কৈ হাঁহি দিছিল । তাৰ পিছত মই কিবা কোৱাৰ আগতে তেওঁ কৈ উঠিছিল, "মোৰ কথাটো শুনিলা, তোমাৰ কথা কোৱা ; মানে কি, ক'ত, কিয় বিখ্যাত ?"

ঃ মানে ?

"মানে মই সুধিব খুজিছোঁ, মোৰ বন্ধু পঙ্কজ দুৱৰাৰ এটাই পৰিচয় আছে, সেইটো হ'ল এসময়ৰ অসমৰ অন্যতম সম্ভ্ৰান্ত পৰিয়ালৰ একমাত্ৰ সুযোগ্য সন্তান । সেই সুযোগ্য পুত্ৰৰ একমাত্ৰ ভনী হোৱাৰ বাহিৰে আৰু নিজৰ কিবা পৰিচয় তোমাৰ আছে নে নাই ?"

এই প্ৰশ্নটোৱে সেইদিনা মোক খং তোলা নাছিল, বৰঞ্চ মই অবাক হৈছিলোঁ । ইমান নিষ্ঠুৰভাৱে মোৰ ককাইদেউক কোনোবাই অপমান কৰিছিল নে নাই নাজানো ; এনে এটা অপমান সহ্য কৰি এই

মানুহজনক কেনেকৈ ককাইদেৱে বন্ধু বুলি চিনাকি কৰি দিছে, সেই কথাটোৱে মোক আৰু বেছি আচৰিত কৰিছিল।

ঃ মোৰ নাম ঝৰ্ণা হুৰবা। তাতকৈ মোৰ আৰু একো বেছি পৰিচয় নাই·······

খুউব নিৰ্লিপ্তভাৱে কোৱা মোৰ উত্তৰটো শুনি তেওঁ আকৌ হাঁহি হাঁহি কৈছিল, "হোৱাটচ্ ৰাইট্, মই তাকেই বিচৰোঁ, মই তোমাক ঝৰ্ণা হুৰবা হৈ থকাই বিচাৰোঁ। মোৰো এটাই পৰিচয়, নিৰঞ্জন বৰুৱা। তাতকৈ একো বেছি পৰিচয় নাই, কিন্তু মোৰ বন্ধু পঙ্কজৰ একমাত্ৰ পৰিচয় পঙ্কজ হুৰবা নহয়, সেইখিনিতে বিপদ, তাৰ এটা অতীত আছে। 'অফ্ কোৰ্ছ এ ডেড্ পাষ্ট্'······"

ককাইদেৱে সেইদিনা নিৰঞ্জনৰ কথাখিনি কেনেদৰে লৈছিল নাজানো। নিৰঞ্জন যোৱাৰ পিছত ককাইদেউক মই সুধিছিলোঁ; কিন্তু ককাইদেৱে মোক ক'লে, "তাৰ কথাবোৰ তেনেকুৱাই; তই বেয়া নেপাবি। মই বাৰু তাক ক'ম······"

"তুমি কোৱাৰ একো প্ৰয়োজন নাই"—মই খণ্ডতে কৈছিলোঁ, "কিন্তু কোৱা কথাবোৰ তুমি কেতিয়াবা বুজিবলৈ চেষ্টা কৰিছা নে নাই?"

মোৰ খং উঠা দেখি মোৰ ফালে কিছু সময় ককাইদেৱে বুৰ্বকৰ দৰে চাই থাকিল আৰু তাৰ পিছত ক'লে, "তাৰ কথাবোৰ মই বুজি নাপাওঁ, কেতিয়াবা বুজিবলৈ চেষ্টা কৰিলে মোৰ বৰ ভয় লাগে। মই ভাবোঁ তাৰ কথাবোৰ নুবুজাকৈ থকাই বেছি ভাল—"

ককাইদেউৰ উত্তৰ শুনি সেইদিনা মই নিস্তব্ধ হৈ গৈছিলোঁ।

মোৰ সেইদিনা এনে লাগিছিল মই যেন মোৰ ঘৰটো জ্বলাই দিম, বন্দুকটো দলিয়াই দিম আৰু গাড়ীখন ক'ৰবাত এক্সিডেণ্ট্ কৰি ভাঙি গুড়ি কৰি দিম।

মই একো কৰিব পৰা নাছিলোঁ। সঁচা কথা মই কোনোদিনেই একো কৰিব নোৱাৰিছিলোঁ।

সৰুৰেপৰা মই যেন এটাই শিক্ষা পাইছিলোঁ। মই অন্য ছোৱালীৰ নিচিনা নহয়; মই বেলেগ। মোৰ বংশ, মোৰ পৰিয়ালৰ এটা ঐতিহ্য আছে,—যি বংশৰ ঐতিহ্য-সম্মান মই সদায় ৰক্ষা কৰি যাব লাগিব।

এই কাৰণেই অন্য ছোৱালীয়ে কৰাৰ দৰে বা অন্য ছোৱালীৰ দৰে মই নাচি-বাগি ফুৰিব নোৱাৰিছিলোঁ, হৈ-হাল্লা কৰি ফুৰিব নোৱাৰিছিলোঁ। মা নাইবা ককাইদেউৰ বাহিৰে অন্য কাৰো লগত মই ফুৰিবলৈ অধিকাৰ পোৱা নাছিলোঁ।

সৰুতে যেতিয়া মোৰ লগৰ ছোৱালীবোৰ খোজকাঢ়ি স্কুললৈ গৈছিল, মই গৈছিলোঁ গাড়ীত। কেতিয়াবা মোৰো মন গৈছিল বান্ধৱীবোৰৰ দৰে মৰো নাচি-বাগি খোজকাঢ়ি স্কুললৈ যাম। এদিন মই মৃদু প্ৰতিবাদ কৰি চাইছিলোঁ, মোৰ প্ৰতিবাদটো ককাইদেউহঁতৰ কাৰণে এটা হাঁহিৰ খোৰাক হৈছিল। মায়ে হাঁহি হাঁহি ককাইদেউক কৈছিল, "এই বোলে লগৰ ছোৱালীৰ লগত খোজকাঢ়ি স্কুললৈ যায়?" ককাইদেৱে হাঃ হাঃকৈ হাঁহি কৈছিল, "সঁচা? পিছে তোমাৰ ভৰিত যে ধূলি লাগিব, তোমাৰ জোতাযোৰ মচি দিবলৈতো পিৰীণক তোমাৰ লগত লৈ যাব লাগিব।"

"কোনো দৰকাৰ নাই"—মই অভিমানত মুখখন ওকোন্দাই কৈছিলোঁ, "জোতাত ধূলি লাগিলে মই নিজে চাফা কৰি লব পাৰিম।"

মোৰ প্ৰতিবাদ সেইদিনা প্ৰতিবাদ হৈয়ে ৰ'ল। মোৰ প্ৰতিবাদক সেইদিনা কোনেও গুৰুত্ব নিদিলে।

ইয়াৰ পিছত এটা দিন আহিল, যিদিনা মাহঁতেই মোক সদায় গাড়ীৰে থৈ অহাৰ সামৰ্থ্য হেৰুৱাই পেলালে। তেতিয়া যি কেইদিন গাড়ীখন চলাব নোৱাৰা হয়, সেই কেইদিন মোক বিক্সাৰে স্কুললৈ পঠাইছিল। আমাৰ ঘৰত বহুদিনৰপৰা থকা দেছোৱালী মালীটোৱে

তাব এটা বন্ধু বিয়াৱালাক ঠিক কৰি দিছিল। মই স্কুললৈ যোৱাৰ আগতে সি আমাৰ ঘৰ পাইছিলহি আৰু স্কুল ছুটী হোৱাৰ সময়ত মোক আনিবলৈ স্কুলৰ সমুখত বৈ আছিল।

এইবোৰ কাৰণেই মোৰ লগত লগৰ ছোৱালীবোৰে বেছি মিলামিচা কৰিব পৰা নাছিল। সকলোৱে কাৰণে মই আছিলোঁ এটা বেলেগ শ্ৰেণীৰ বস্তু। মোৰ এতিয়া এনে লাগে মোক যেন মাহঁতে মিউজিয়ামত সংৰক্ষণ কৰা কোনো প্ৰতাপী সম্ৰাটৰ সিংহাসন সংৰক্ষণ কৰাৰ দৰে সংৰক্ষণ কৰিব বিচাৰিছিল; যিখন দেখিলে কাৰো বুকু কঁপি নুঠে, কিন্তু পৰম কৌতূহলেৰে চাই আমোদ পায়। মোৰ লগৰ ছোৱালীবোৰে মোক আঁৰ কৰি মোৰ বিষয়ে কথা পতা এটা আমোদজনক বিষয় আছিল। কিন্তু মই এটা বিশেষ সম্ভ্ৰান্ত পৰিয়ালৰ ছোৱালী বুলি কোনোদিনেই বিশেষ কোনো পাট্টা দিয়া নাছিল।

আমাৰ মেট্ৰিক পৰীক্ষাত কেইবাখনো ৰচনা আহিছিল, তাৰে ভিতৰত যেই কোনো এখন লিখিব লাগে। এখন ৰচনাৰ বিষয় আছিল 'তোমাৰ ভাল লগা এখন উপন্যাস'। বিষয়টো দেখি মই বৰ আচৰিত হৈছিলোঁ। উপন্যাস মই জীৱনত এখনো পঢ়া নাই! মাহঁতে সদায় কৈছিল, সেইবোৰ আমি পঢ়িব লগা কিতাপ নহয়। দেউতাই পঢ়া উপন্যাস আলমাৰীত এতিয়াও সযতনে সজাই থোৱা আছে। মা'কো মই বঙালী উপন্যাস পঢ়া দেখিছিলোঁ। ককাই-দেৱে দেউতাই আৰু মায়ে পঢ়া এবিধো উপন্যাস নপঢ়িছিল। ককাই-দেৱে পঢ়া উপন্যাসবোৰ প্ৰায়ে গাৰুৰ তলত আছিল। ককাইদেৱে যেনেদৰে মনে মনে পঢ়িছিল, তাৰপৰা মই অনুমান কৰিছিলোঁ সেইবোৰ একেবাৰে নিষিদ্ধ কিতাপ। ককাইদেউৰ বিচনাখন কেতিয়াবা অলপ ভালকৈ সজাবলৈ গ'লে, গাৰুৰ তলত ভেওঁ পঢ়া ইংৰাজী উপন্যাসবোৰৰ বেটুপাতৰ ছবিখন দেখিলেই মোৰ লাজত কাণ-মূৰ গৰম হৈ উঠিছিল। মোৰ কিতাপখন চুই চাবলৈকে লাজ

লাগিছিল। মই তেতিয়া ককাইদেউ আৰু মা ক'ত আছে এবাৰ উমান লৈ যদি দেখোঁ কোনো এটাই খপ্‌কৈ কোঠাটোলৈ সোমাই অহাৰ সম্ভাৱনা নাই, তেতিয়া কিতাপখন আনি টেবুলত থৈ লবা লবিকৈ বিচনাখন পাৰি আকৌ গাৰুৰ তলত কিতাপখন লুকুৱাই থৈ আহিছিলোঁ।

ঠিক এনে এক নিষিদ্ধ বিষয়ক লৈ যে পৰীক্ষাত ৰচনা লিখিবলৈ দিব, মই কল্পনাও কৰিব পৰা নাছিলোঁ। তাৰ পিছত মই ভাবিছিলোঁ। পৰীক্ষকজন নিশ্চয় বৰ বুধিয়ক। তেওঁ নিশ্চয় ছোৱালীবোৰক প্ৰমাণ চাব খুজিছে। যিবিলাক ছোৱালীয়ে এইখন ৰচনাৰ উত্তৰ লিখিব, সেইবিলাকৰ চৰিত্ৰ যে ভাল নহয়, সেই কথা প্ৰমাণ হৈ যাব। সেই কাৰণে মই 'ঘৰুৱা জীৱনত ছাত্ৰ-ছাত্ৰীৰ কৰ্তব্য' নামৰ ৰচনাখনহে লিখিছিলোঁ। কিন্তু পৰীক্ষা হলৰপৰা ওলাই আহি মোক অবাক কৰি দিলে অৰ্পণাই। অৰ্পণা সদায় আমাৰ শ্ৰেণীত প্ৰথম হয়। বাইদেউহঁতে অৰ্পণাই এইবাৰ ষ্টেণ্ড কৰাৰ আশা আছে বুলি কৈছিল। "তই কোনখন ৰচনা লিখিছ" বুলি সোধাৰ লগে লগে তাই কৈ উঠিল, "মোৰ ভাল লগা এখন উপন্যাস। বীণা বৰুৱাৰ 'জীৱনৰ বাটত' লিখিলোঁ। কি ভাল উপন্যাস, নহয় ঝৰ্ণা ?" মোৰ প্ৰশ্নৰ উত্তৰটো শুনি সেইদিনা মই তাইলৈ মাথোঁ আচৰিত হৈ চাইছিলোঁ। অৰ্পণাৰ নিচিনা ছোৱালী এজনীয়ে যে উপন্যাস পঢ়ে, সপোনতো ভাবিব নোৱাৰোঁ। "তই বৰ ভাল কাম নকৰিলি—" মই কৈছিলোঁ, "পৰীক্ষকে তোৰ ওপৰত বেয়া মনোভাৱ লব পাৰে।"

"বেয়া মনোভাৱ ?" আচৰিত হৈ অৰ্পণাই সুধিছিল, "কিয় ?"

মই নিজৰ যুক্তিৰে তাইক কৈছিলোঁ, "ভাল ছোৱালীয়ে জানো উপন্যাস পঢ়ে ?"

প্ৰথমে অৰ্পণাই মোৰ কথা একো বুজা নাছিল ; কিন্তু বুজাৰ লগে লগে তাই ছিঃ ছিঃকৈ হাঁহিবলৈ ধৰিলে আৰু তাৰ পিছত তাই ক'লে, "তই একেবাৰে এক নম্বৰ বুৰ্বক হৈ আছ অ' ঝৰ্ণা।" তাৰ

পিছত তাই এভিয়ালৈকে কিমান অসমীয়া, বঙালী আৰু ইংৰাজী উপন্যাস পঢ়িলে, কোনখন উপন্যাস পঢ়োঁতে তাই কেতিয়া নিশা এক বজালৈকে সাৰে থাকি উপন্যাসখন শেষ কৰিহে শুইছিল, তাৰ বৰ্ণনা দি যাবলৈ ধৰিলে। অৰ্পণাৰ মুখত উপন্যাসৰ কথা শুনি সেইদিনা মোৰো উপন্যাস পঢ়াৰ প্ৰতি কৌতূহল জাগ্ৰত হৈছিল; সেইবাবে তাইক কৈছিলোঁ, "বাৰু, দিবিচোন দুখনমান উপন্যাস, ময়ো পঢ়ি চাম।"

পৰীক্ষা শেষ হোৱাৰ দিনাই সেইবাবে মই অৰ্পণাকে মোৰ বিস্লাত উঠাই লৈছিলোঁ আৰু তাইৰ ঘৰলৈ গৈছিলোঁ। বাটত আহি থাকোঁতে তাই কৈছিল, "তই বিস্লাৰে ঘৰলৈ আহি কি যে ভাল পাব, মই অকণো ভাল নাপাওঁ।" ময়ো ক'ব খুজিছিলোঁ, "মোৰো বিস্লাত আহি কিবা ভাল নালাগে, তহঁতৰ দৰে খোজকাঢ়ি আহিবলৈ সদায় মন যায়, কিন্তু মই যে নোৱাৰোঁ।"—কথাষাৰ ক'ব খুজিও মই নকলোঁ, মোৰ দুৰ্বলতা অৰ্পণাৰ আগত উদঙাই দিবলৈ মোৰ ভাল নালাগিল। সেইবাবে তাইৰ কথা নুশুনাৰ দৰে মই অন্য ফালে চাই থাকিলোঁ।

সেইদিনা অৰ্পণাই মোক প্ৰথমে দিলে এখন ইংৰাজী উপন্যাস। কোনোবা পাৰ্ল বাক নামৰ মহিলা এগৰাকীয়ে ভাৰতৰ পটভূমিত লিখা কিতাপ। অৰ্পণাৰ মুখত উপন্যাসখনৰ বৰ্ণনা শুনি মোৰ কিতাপখনৰ প্ৰতি বৰ আগ্ৰহ হৈছিল। কিন্তু কিতাপখনৰ নামটো দেখি মোৰ বুকুখন কঁপি উঠিল: 'কাম মাই বিলাভেদ্'। অৱশেষত তাইক কলোঁ, "ইংৰাজী কিতাপ পঢ়িবলৈ মোৰ টান হ'ব, বুজি-চুজি নাপাম। অসমীয়াকে দুখনমান দে।" আচলতে 'কাম মাই বিলাভেদ্' নামৰ কিতাপখন নিম কেনেকৈ? কোনোবাই যদি দেখে কি হ'ব; এই ভয়ে মোৰ অন্তৰখন দুক দুককৈ কঁপাই তুলিছিল। তাইক ভাল লগাবলৈকে কলোঁ, "তই যে পৰীক্ষাত লিখিছিলি, সেইখন উপন্যাসকে দে।" তাই মোক জীৱনৰ বাটত উপন্যাসখন উলিয়াই দি ক'লে, "এইবোৰ কিতাপৰ সমালোচনা লিখিবলৈহে ভাল, পৰীক্ষাৰ

পাহুত পঢ়া কিতাপ নহয়। ব' ভোক মই এখন বেছ 'হট্' কিতাপ দিওঁ"—এই বুলি কৈ চেখ্‌ বপবা হোমেন ববগোহাঞিব 'সুবালা' নামব কিতাপখন দিলে।

কিতাপ খুখন কাগজেবে মেৰিয়াই মই সেইদিনা বহু উৎকণ্ঠাবে আহি ঘব পালোঁহি। অকণমান দেৰি হোৱা দেখি মাই ভুৰ্বিছিল, তই নহা দেখি চিন্তাই লাগিছিল, ঠিক সময়ত বিয়াখন নপ'ল নেকি?" মাব কথাব উত্তব নিদি লবালবিকৈ মোৰ কোঠালৈ সোমাই গৈ মই কিতাপ খুখন কোনেও নেদেখা ঠাইত থৈ আহি মাব প্ৰশ্নৰ উত্তৰ দিছিলোঁ, "আজি পৰীক্ষা শেষ নহয়, সকলোকে মাত লগাই আহোঁতে দেৰি হ'ল।"

সেইদিন নিশা মা শোৱালৈকে পৰম উৎকণ্ঠাবে মই বাট চালোঁ। তাব পিছত বিচনাত শুই শুই মই 'সুবালা' উপন্যাসখন পঢ়িবলৈ আৰম্ভ কৰিলোঁ।

নিশা মোৰ কেতিয়া টোপনি আহিল ক'ব নোৱাবোঁ। বাতিপুৱা হঠাৎ মাব পাই দেখোঁ, মোৰ টেবুল লাইটটো তেতিয়া জ্বলি আছে। লবালবিকৈ লাইটটো নুমুৱাই বুকুব ওপৰত পৰি থকা কিতাপখন মই তুলীব তলত সুমুৱাই থলোঁ।

পৃথিৱীখনত যে আৰু এখন বেলেগ জগৎ আছে, সেই জগতব জগত সেই দিনাহে মই চিনাকি হ'লোঁ। কিয় ক'ব নোৱাবোঁ, সেই দিনা মই মোৰ মা'ক সুবালাব বুঢ়ীমাকব লগত তুলনা কৰি চাইছিলোঁ। মই যেন সেই দিনাহে অনুভৱ কৰিলোঁ: পুৰুষব হাতত যুগ যুগ ধৰি সুবালাব দবে আমি সকলো নাৰী হাতব পুতলা হৈ আছিছোঁ।

মোৰ দেউতাই জীৱনব সকলো আনন্দ ভোগ কৰি গ'ল। মৃত্যুব আগমুহূৰ্ত্তলৈ মটিছ্ হুইস্কী খাই আমাক এক অভাৱ-অনাটনব বুকুলৈ ঠেলি দি গ'ল। ভোগ-আনন্দব মাজেবে নিজব জীৱনটো শেষ কৰিলে। মোৰতো মনত নপৰে দেউতাই কোনোবা এদিন মাৰ

কথা, মোৰ কথা চিন্তা কৰিছিল। নিজৰ আনন্দ আৰু সুখৰ কাৰণে দেউতাই হাজাৰ হাজাৰ টকা খৰচ কৰিছিল। মোৰ মাক দেউতাই বিয়া কৰিছিল মাত্ৰ বংশ-মৰ্য্যাদাৰ কাৰণে, নিজৰ বংশ ৰক্ষাৰ কাৰণে। দেউতাৰ কাৰণে মা আছিল মাথোঁ তেজ-মঙহেৰে গঢ়া সন্তান উৎপাদনৰ যন্ত্ৰ—বংশ-মৰ্য্যাদা ৰক্ষা কৰাৰ প্ৰতীক, ইয়াৰ বাহিৰে দেউতাৰ জীৱনত মোৰ মাৰ একো অস্তিত্ব নাছিল।

মোৰ মায়ে নিজৰ অস্তিত্ব ৰক্ষাৰ কাৰণে, পত্নী হিচাপে নিজৰ মৰ্য্যাদা ৰক্ষাৰ কাৰণে কোনোদিন প্ৰতিবাদ কৰা নাছিল। মাত্ৰ এগৰাকী সতী-সাধ্বী পত্নী হিচাপে নিজৰ জীৱনটো সম্পূৰ্ণভাৱে অৰ্পণ কৰিছিল।

আনকি মোৰ ককাইদেউ, মাৰ একমাত্ৰ পুত্ৰ সন্তানকো মায়ে কোনোদিন শাসন কৰিব পৰা নাছিল, মানে কোনোদিন শাসন কৰাৰ চেষ্টা কৰা নাই। ময়ো জানো, মায়েও জানে, ককাইদেৱে কেতিয়াবা মদ খায়। কিছু পইচা গোটাই লৈ দেউতাৰ দৰে কলিকতাত কিছুদিন কটাই পইচা শেষ হ'লে ঘৰলৈ উভতি আহে। মই মাক কোনোদিনেই ককাইদেউৰ কোনো কামৰ প্ৰতিবাদ কৰা, শাসন কৰা দেখা নাই।

মায়ে মাথোঁ শাসন কৰিছিল মোক। দেউতাক নোৱাৰিলে, ককাইদেউক পৰা নাই; মাত্ৰ মোক পাৰিছিল। মায়ে বিচাৰিছিল মই যেন চিৰদিন মাৰ দৰে জীৱনটো ভাল তিৰোতা হৈ, সতী-সাধ্বী হৈ কটাই দিওঁ। মাৰ মতে সমাজৰ সকলো নৈতিকতা ৰক্ষা কৰাৰ দায়িত্ব একমাত্ৰ নাৰীৰহে। পুৰুষৰ ভাত একো দায়িত্ব নাই, কৰ্ত্তব্য নাই। পুৰুষৰ একমাত্ৰ কৰ্ত্তব্য হৈছে নাৰীক শাসন কৰা, নিজৰ ভোগ-বিলাসৰ কাৰণে নাৰীক ব্যৱহাৰ কৰা। যিদিনাখন সেই ভোগ-বিলাসৰ সামৰ্থ্য হেৰুৱাই পেলাইছিল, সেইদিনাই মোৰ দেউতাই মোৰ মাক অভাৱ-অনাটনৰ অথাইসাগৰত পেলাই থৈ পলাই যোৱাৰ দৰেই আঁতৰি গৈছিল।

ইয়াৰ বাহিৰে যেন তেওঁলোকৰ একো কৰ্তব্য নাই, কোনো দায়িত্ব নাই।

'নাই, নাই, মই ইয়াৰ প্ৰতিবাদ কৰিম। মই কেতিয়াও মাৰ দৰে জীৱনটো শেষ হ'বলৈ এৰি দিব নোৱাৰোঁ'।—মই দৃঢ়প্ৰতিজ্ঞ হৈছিলোঁ।

সেইদিনা পুৱা যদিও মোৰ মনৰ জগতত এজনী নতুন ঝৰ্ণাৰ জন্ম হৈছিল, তথাপি মই বহু দিনলৈ প্ৰতিবাদ কৰাৰ একো সুযোগ, একো সুবিধা পোৱা নাছিলোঁ। মোৰ জীৱনত কোনো পৰিৱৰ্তন কোনেও দেখা নাছিল। বহু দিনলৈ মই মাথোঁ এটা উৱলি যোৱা বংশৰ প্ৰতীক হৈ জীয়াই আছিলোঁ।

॥ তিনি ॥

: কি হ'ল ঝৰ্ণা, কি ভাবিছা ?

মোৰ প্ৰশ্নটোত ঝৰ্ণা উচাপ খাই উঠিল। ঝৰ্ণা যে কিছু অন্যমনস্ক হৈ পৰিছে সেয়া মই বহু সময়ৰপৰা মন কৰিছিলোঁ।

মোৰ বীয়েৰৰ মাগ্‌টোৰ আধাখিনি প্ৰায় শেষ হৈ গ'ল। ঝৰ্ণাৰ জীন্‌ৰ গিলাচটো তেনেকৈ পৰি আছে।

মই হঠাতে মন কৰিলোঁ ইতিমধ্যে পেকেটটোৰপৰা কেইবাটাও চিগাৰেট খাই পেলাইছোঁ। 'ইণ্ডিয়া কিংছ্‌' খোৱা মোৰ অভ্যাস নাই। মই চাৰ্মিনাৰ খোৱা মানুহ। 'পৰৰ পালে জ্বৰৰ গাৰে খোৱা' অসমীয়া প্ৰবাদ ফাকি মোৰ মনত পৰি গ'লত মোৰ নিজেৰে হাঁহি উঠিল।

: কি হ'ল, কিয় হাঁহিছা ?

মোৰ ওঁঠত বিয়পি পৰা হাঁহিটোলৈ চাই ঝৰ্ণাই প্ৰশ্ন কৰিলে।

: নাই, একো নহয়।

: একো নহয় মানে ?

: একো নহয় মানে একো নহয়।

কথাবাৰ কৈ ইচ্ছা কৰিয়ে মই অলপ সশব্দে হাঁহি দিলো। কিন্তু মই লক্ষ্য কৰিলো ঝৰ্ণা যেন আগতকৈও বেছি গহীন হৈ গ'ল।

ঝৰ্ণা গহীন হৈ যোৱাৰ কাৰণে মোৰ নিজেৰে বৰ বেয়া লাগিল। এনেকুৱা এটা পৰিৱেশত মই অন্ততঃ এনে ধৰণেৰে হাঁহিব বা কৌতুক কৰিব নালাগিছিল।

: বেয়া পালা ঝর্ণা ?

: নাই পোৱা, কিয় ?

: তুমি এনেকৈ গহীন হৈ গ'লা যে মই ভাবিছিলোঁ।... ..

: তুমি বুজিবা, তুমি বুজিবা নিবঞ্জন.....ময়ো বিচাৰোঁ। হাঁহিবলৈ, ময়ো বিচাৰোঁ।.. ...

ঝৰ্ণাই আৰু একো ক'ব নোৱাৰিলে। তাই উচুপিবলৈ আৰম্ভ কৰি দিলে।

: ছিঃ ঝৰ্ণা, কি হৈছে তোমাৰ! চোৱাচোন অন্য মানুহ বাৰখনত আছে; তেওঁলোকে কি ভাবিব ?

: 'হু কেয়াৰ্‌চ্‌'? কি প্ৰয়োজন মোক কোনে কি ভাবে, তুমি যদি ভাবা তোমাৰ সন্মানত আঘাত লাগিছে, 'ইউ মে গ'। লিভ্‌ মি এল'ন।' মোক অকলে থাকিবলৈ দিয়া......

মই একো নক'লোঁ।।

কান্দক, মই ভাবিছোঁ কান্দক। কান্দিলে যদি অকণমান মনটো শান্ত হয় কান্দক।

ঝৰ্ণাই কিয় কান্দিছে, কিয় আজি এখন হোটেলৰ বাৰৰ সমুখত মদৰ গ্লাচ লৈ বহি আছে, সেই প্ৰশ্ন কৰাৰ যেন আজি সময় পাৰ হৈ গৈছে।

সেই প্ৰশ্ন মই কেতিয়াবাই কৰিব লাগিছিল। আৰু মই জানো সেই প্ৰশ্নৰ উত্তৰ দিবলৈ ঝৰ্ণাই আজি মোক ক'ন কৰি ইয়ালৈ মাতি অনা নাই।

যিটো সময়ত মই এই প্ৰশ্নটো কৰিব লাগিছিল, সেই সময়ত মই ঝৰ্ণাৰ জীৱনৰপৰা আঁতৰি গৈছিলোঁ।।

মোৰ এনে লাগিছে, মই যেন সম্পূৰ্ণৰূপে হাৰি গৈছোঁ, সম্পূৰ্ণভাৱে মোৰ আদৰ্শৰ ওচৰত পৰাজয় বৰণ কৰিছোঁ।

আজি যদি পঙ্কজে মোক সোধে, 'এয়াই আছিল নেকি তোৰ আদৰ্শ বিপ্লৱৰ পৰিণতি ?' মই কি কম ?

মই কি ক'ম নাজানো। মোৰ আজি একো উত্তৰ নাই।

প্ৰথম ঝৰ্ণাৰ লগত চিনাকি কৰি দিয়াৰ দিনাই ছোৱালীজনীয়ে মোক বৰ বেছি আকৰ্ষিত কৰিছিল। 'মোৰ নাম ঝৰ্ণা দুৱৰা। তাতকৈ মোৰ আক বেছি পৰিচয় নাই।' শান্তভাৱে দিয়া উত্তৰটোৱে মোক ঝৰ্ণাৰ মনৰ কাষলৈ টানি নিছিল। ছোৱালীজনীলৈ মোৰ কিবা এক মৰম উপজিছিল।

পঙ্কজৰ মিছা বংশ-গৌৰৱক মই ঘিণ কৰিছিলোঁ। এটা অতীত লৈ জীয়াই থকা মানুহক মই সঁচাকৈয়ে ঘিণ কৰোঁ। অথচ ঝৰ্ণাৰ অতীত গৌৰৱৰ প্ৰতি অকণো মোহ নাছিল; বৰং মোৰ দৰেই ঘৃণাহে আছিল।

পোনপটীয়াকৈ মোৰ দৰে কোনোদিন পঙ্কজহঁতৰ বংশ-গৌৰৱক ঝৰ্ণাই সমালোচনা কৰা নাই, কোনোদিন মোৰ দৰে কঠোৰ ভাষাৰে উপলুঙা কৰা নাই। তথাপি মই তাইৰ মুখখনত দেখিছিলোঁ কিবা এক কঠোৰতা—যি কঠোৰতাৰ চাৰিবেৰ ভাঙি তাইৰ মনৰ জগতত মাক-দেউতাক, ককায়েকৰ ঐতিহ্য-প্ৰীতিয়ে কোনোদিন প্ৰভাৱান্বিত কৰিব পৰা নাছিল।

কেতিয়াবা মোৰ এনে লাগে চিৰিয়াখানাৰ পকা বেৰৰ মাজত আৱদ্ধ হৈ থকা শান্ত, সৌম্য, নিৰীহ গঁড়টোৰ দৰে যেন ঝৰ্ণাৰ জীৱনটো। কোনোবা দিনা সেই পকা দেৱাল খহি পৰিলেই তাই যেন দৌৰ মাৰিব কাজিৰঙাৰ গভীৰ অৰণ্যলৈ। কিন্তু পিঞ্জৰাবদ্ধ বাঘটোৰ দৰে কোনোদিন গুঁজৰি-গুমৰি তাই সেই ভয়ঙ্কৰ সম্ভাৱনাৰ ইঙ্গিত দিয়া নাছিল। অথচ সুযোগ পালেই ঐতিহ্যৰ দেৱাল অতিক্ৰম কৰি মুক্ত বতাহ লবলৈ যেন তাই উন্মুখ হৈ আছিল।

এতেকে পঙ্কজ আক পঙ্কজৰ মাকে ঝৰ্ণাক লৈ কোনোদিন চিন্তা কৰা নাছিল। কোনো ভয়ঙ্কৰ ভৱিষ্যতৰ সম্ভাৱনাৰ প্ৰতি সিহঁত অলপো প্ৰস্তুত হৈ থকা নাছিল।

কলেজৰ শিক্ষা সাং কৰি কিছুদিন ভেলচাৰ্ স্কুলত মাষ্টৰি কৰি

হঠাৎ গুৱাহাটীৰ দৈনিক কাকত এখনৰ সহকাৰী সম্পাদকৰ কামটো পাই মই গুৱাহাটীলৈ পুনৰ ঘূৰি নহা হ'লে ঝৰ্ণাক লগ পোৱাও হয়তো নহ'লহেঁতেন কোনোদিনে। এক সম্পূৰ্ণ ঝৰ্ণাৰ অস্তিত্বৰ বিপৰীত পৰিৱেশ এটাত ছুয়ো অংশ ল'বও নালাগিলহেঁতেন।

এটা নতুন জীৱনৰ ব্যস্ততাৰ মাজত কিছুদিন পাৰ কৰাৰ পিছত মোৰ লগত হঠাৎ সাক্ষাৎ হৈ গৈছিল কলেজীয়া দিনৰ বন্ধু পঙ্কজ ছুৱৰাৰ লগত। যাৰ লগত বন্ধুত্ব থকাৰ কাৰণে মোৰ বহুকেইজন বন্ধুৱে মোক 'এবিষ্ট্ৰকেট্' বুলি এটা উপনাম দি মাতিছিল।

পঙ্কজে জোৰ কৰিয়েই তাৰ ঘৰলৈ মোক লৈ গ'ল। মই কৈছিলোঁ, "অন্য এদিন যাম।"

পঙ্কজে নেৰিলে। সি কৈছিল, "আজিকালি মোৰ কোনো বন্ধু-বান্ধৱ নাই, অৱশ্যে বন্ধু মোৰ আগতেও নাছিল একমাত্ৰ তোৰ বাহিৰে।"

"মোৰ বাহিৰে ?" মই অলপ কৌতুক কৰি ক'লোঁ, "তই মোক জানো বন্ধু বুলি কেতিয়াবা গ্ৰহণ কৰিছিলি······? কেলেই, তোৰ কলিকতাত বান্ধৱী এজনী আছিল নহয়, তই যোৱা নাই নেকি কলিকতালৈ কিছুদিন ?"

: নাই যোৱা, সঁচা কথা তোক কওঁ; 'নাও আই কাণ্ট্ এফৰ্ড্'····

"কিয় ? কাৰণটো অৰ্থনৈতিক নে মানসিক ?"

"অৰ্থনৈতিক।"

সেইদিনাই প্ৰথম চিনাকি হৈছিলোঁ পঙ্কজৰ ভনীয়েক ঝৰ্ণাৰ লগত।

ইয়াৰ পিছত মই বহুদিন গৈছিলো পঙ্কজৰ ঘৰলৈ। পিছলৈ মই অনুভৱ কৰিছিলো পঙ্কজহঁতৰ ঘৰলৈ মই যোৱাৰ কাৰণ পঙ্কজ নহয়, ঝৰ্ণাহে।

প্ৰথম দিনা মৱেই ঝৰ্ণাক তুমি বুলি সম্বোধন কৰিছিলো। ইয়াৰ

পিছত মই ক'ব নোৱাৰাকৈয়ে এদিন দেখিলো ঝৰ্ণাই মোক তুমি বুলি ক'বলৈ আৰম্ভ কৰিছে। তাৰ পিছত এদিন তাই মোক নিৰঞ্জন বুলি মাতিবলৈ আৰম্ভ কৰি দিছিল।

অৱশ্যে সুবিধাটো ময়ে ঝৰ্ণাক দিছিলো। বহু দিন মই মন কৰিছিলো তাই মোক একো বুলি নামাতে। পঙ্কজকো তাই দাদা বুলি মতা মই কোনোদিন শুনা নাই। পঙ্কজ বুলিয়েই মাতে। খুউব সম্ভৱ সম্বন্ধৰ পৰা তাইৰ একমাত্র ককায়েকৰ বাহিৰে আৰু কোনো বন্ধু-বান্ধৱী নাছিল, যিহৰ কাৰণে সিহঁতৰ সম্পৰ্কটো ককায়েক-ভনীয়েকৰ পৰ্য্যায়ৰপৰা বন্ধুত্বৰ পৰ্য্যায়লৈ নামি আহিছিল, যদিও পঙ্কজ ঝৰ্ণাতকৈ প্ৰায় পাঁচ বছৰেই ডাঙৰ আছিল।

সেই কাৰণে তাই মোক এদিন পোনপটীয়াকৈ প্ৰশ্ন কৰিছিল, "তোমাক মই কি বুলি মাতিম ?"

"কিয় ?" মই অলপ হাঁহি সুধিছিলো, "মোৰ নাম নিৰঞ্জন বৰুৱা, তুমি নাজানা নেকি ?"

"জানো, তোমাৰ নামটো কোনে সুধিছে ? তোমাক মই দাদা, মামা, কিবা বুলি মাতিব নালাগিব জানো ?"

"নাই নাই, নালাগে।" মই ক'লো, "কোনো দৰকাৰ নাই। কোনো ছোৱালীৰ ওপৰত দাদাগিৰি কৰাৰ মোৰ অভিজ্ঞতা কোনোদিন হোৱা নাই। তোমাৰ ওপৰতো এইবোৰ চৰ্চাৰী কৰিবলৈ মোৰ সামৰ্থ্য, ধৈৰ্য্য এটাও নাই।"

"তোমাক দাদা বুলি ক'লেই যে দাদাগিৰি কৰিব লাগিব কোনে ক'লে ?"

"তুমি নক'লেও সেই স্থানত বহুৱালে মোৰ অন্ততঃ দায়িত্ববোধ আহি পৰিব। মোৰ জগৰ বহুতকে দেখিছো শেষত গৈ দায়িত্ববোধ ইমানেই বেছি হয় যে বেচেৰাহঁতে গোটেই জীৱনৰ কাৰণে সেই দায়িত্ব অগ্নিক সাক্ষী কৰি গ্ৰহণ কৰিহে পৰিত্ৰাণ পাব পাৰে..."

মোৰ কথা শুনি পঙ্কজ আৰু ঝৰ্ণাই সমস্বে হাঁহি দিলে।

"সেই ভয় তোমাৰ নাই—" কথাৰ মাজতে খপ্‌কৰে পাই কৈ উঠিল। "সেই দায়িত্ব তুমি অন্ততঃ লবলৈ নেপাবা, এজনক সেই দায়িত্ব ইতিমধ্যে দি দিছোঁ।"

"কি?"

এটা অদ্ভুত উত্তৰ শুনি পঙ্কজ আৰু মই একেলগে উচাপ্‌ খাই উঠিলো।

একেলগে 'কি' বুলি ঝৰ্ণাৰ কাণে আমি শুশুনিব লগা কথা এটা শুনাৰ দৰে যেতিয়া চালোঁ, তেতিয়াহে তাই বুজি উঠিছিল, তাই কি এটা নক'বলগীয়া কথা ইতিমধ্যে কৈ পেলালে।

মই মন কৰিলোঁ ঝৰ্ণাৰ মুখখন যেন ভয়ত বিবৰ্ণ হৈ প'ল। তাই হয়তো ভাবিবই পৰা নাছিল যে কথাৰ লাচতে কেতিয়াবা এনে এটা মাৰাত্মক স্বীকাৰোক্তি কৰি পেলাব।

"নাই নাই, একো নহয়, সেইবোৰ একো নহয়—" তাই আত্মৰক্ষাৰ চেষ্টা কৰি ক'বলৈ ধৰিলে, "মই, মই ধেমালি কৰিছোঁ।"

মই মন কৰিলোঁ পঙ্কজ যেন অলপ গহীন হৈ পৰিল। পঙ্কজ গহীন হৈ পৰা দেখি কথাবাৰ মই পাতল কৰি পেলাবৰ কাৰণে অলপ কৌতুক কৰিয়েই কলোঁ, "ভয় কৰিছা কিয় ঝৰ্ণা, কৈ পেলোৱা, শুভকাম সোনকালেই হৈ যোৱা ভাল। মই মাহীদেউকো কওঁ, আজি নহ'লেও কাইলৈ তোমাৰ কাৰণে দৰা বিচাৰি পঙ্কজে, মাহীদেৱে গোটেই অসম চলাথ কৰিব, তেওঁলোকৰ ইমান এটা চিন্তাৰ বোজা লাঘৱ কৰাৰ কাৰণে তেওঁলোক সুখীহে হ'ব।"

"নাই নাই, সেইবোৰ একো নহয়, তুমি মাক একো নক'বা, প্লীজ্‌ একো নক'বা, মই তোমাৰ লগত মাথোঁ ধেমালিহে কৰিছোঁ···।"

কথা কৈ কৈ তাই ভিতৰলৈ সোমাই গ'ল। সম্ভৱ পঙ্কজৰ গহীন মুখখনৰ সন্মুখত ঝৰ্ণাই থিয় হৈ থকাৰ সাহস হেৰুৱাই পেলাইছিল।

মই মন কৰিলোঁ ঝৰ্ণা সোমাই যোৱাৰ পিছতো ঠিক একে ধৰণে

গহীন হৈ পঙ্কজ বহি আছে। সি তেনে ধৰণে থকাৰ কাৰণে সুধিলোঁ, "কি হ'ল পঙ্কজ, তই দেখোন একেবাৰে গহীন হৈ পৰিলি ?"

"ঝৰ্ণাই কোৱা কথা যদি সঁচা হয় তেতিয়া কি হ'ব নিৰঞ্জন ?"

"কি হ'ব মানে ?" মই কথাটো অলপ পাতল কৰি দিবৰ কাৰণে ক'লোঁ, "পৃথিৱীত একো নোহোৱা-নোপজা ঘটনা অন্ততঃ নহয়......"

"সেইটো বুজিছোঁ—" নিজৰ আত্ম-সমৰ্থনত জোৰ দিবলৈকে সি ক'লে, "কিন্তু আমাৰ পৰিয়ালত..."

"তহঁতৰ পৰিয়ালটো পৃথিৱীৰ বাহিৰত নেকি ?"

: বাহিৰত নহয়, তথাপি...

"তথাপি তই ক'ব খুজিছ তহঁতৰ বংশৰ এক ঐতিহ্য আছে, কিন্তু তই নিজেই নাজান তই ক'ত আছ; তোৰ নিজৰ জীৱন আৰু তোৰ বংশৰ ঐতিহ্য নিজেই তুলনা কৰি নাচাৱ কিয়, সে ঐতিহ্য ৰক্ষা কৰাৰ সম্পূৰ্ণ দায়িত্ব একমাত্ৰ ঝৰ্ণাৰহে, তোৰ নহয় ?"

: তই কি ক'ব বিচাৰিছ ?

"মই ক'ব খুজিছো, 'ইউ আৰ লিভিং নাইদাৰ্ অন্ আৰ্থ নৰ্ ইন্ দ্য স্কাই, বাট্ ইন্ ভেকুৱাম্'। এটা পম্প দিয়া বেলুনত তই শূন্যত উবি আছ, যিটো বেলুন অলপ ব'দৰ উত্তাপতে ফুটি যাব পাৰে। এটা কথা মই ক'ব পাৰোঁ, ঝৰ্ণাই যদি কেতিয়াবা উৰা মাৰিব খোজে, তাই কিনিয়া পখীৰ দৰে উৰা মাৰিব, এটা নতুন সূৰ্য্যৰ উত্তাপত তাই ছাই হৈ সেই ছাইৰপৰা জন্ম দিব এক নতুন ঝৰ্ণাক......"

সেইদিনা মোৰ কথা পঙ্কজে বুজিছিল নে নাই নাজানো। সম্ভৱ সি বুজা নাছিল। সি মাত্ৰ ভয় খাইছিল এটা কাৰণত, ঝৰ্ণা হয়তো উৰা মাৰিব পাৰে, ঝৰ্ণাই হয়তো তাৰ বংশৰ ঐতিহ্যৰ বেহুৰ দেৱাল ভাঙি দৌৰ মাৰিব পাৰে।

কিন্তু সি একো কৰিব পৰা নাছিল।

মাজে মাজে সি ঝৰ্ণাৰ কাৰণে সু-পাত্ৰ নোচোৱা নহয়,

চাইছিল। ভাবিছিল। কিন্তু একো কৰিব পৰা নাছিল। কাৰণ, সু-পাত্ৰ পালেইতো নহ'ব, তেনে পাত্ৰৰ লগত নিজৰ বংশৰ ঐতিহ্য ৰক্ষা কৰি বিয়া পাতিবলৈ তাৰ প্ৰয়োজন হ'ব অন্ততঃ বিশ হেজাৰ টকা।

সি জানে, সিমান টকা তাৰ জমা নাই। সিমান টকা কেউভাকে ঝৰ্ণাৰ কাৰণে থৈ যোৱা নাছিল। যি টকা থৈ গৈছিল, সেই টকা ইতি-মধ্যে সিয়েই শেষ কৰি পেলালে। তাৰ ইমান শক্তি নাই যে ইচ্ছা কৰিলেই সি কুৰি হেজাৰ টকা ক'ৰবাৰপৰা যোগাৰ কৰিব পাৰিব।

নিজে একো কৰিব নোৱাৰাৰ হতাশাত সি ঝৰ্ণাৰ ওপৰতে আৰম্ভ কৰি দিলে খবৰদাৰী। সি আৰম্ভ কৰি দিলে ঝৰ্ণাৰ পিছত চোৰাং-চোৱাগিৰি। তাইৰ প্ৰতিটো খোজ যেন সি অনুসৰণ কৰিব, প্ৰতিটো খোজৰ কৈফিয়ৎ তলব কৰিব। ঠিক এনে এক মনোবৃত্তিৰে সি ঝৰ্ণাৰ পিছে পিছে ঘুৰি ফুৰিছিল, ঝৰ্ণাক অনুসৰণ কৰিছিল।

ঝৰ্ণাই সুবুজা নহয়, বুজিছিল। তাই বিৰক্ত হৈছিল। কিন্তু তাই মুখেৰে একো প্ৰতিবাদ কৰা নাছিল। মোৰ এনে লাগিছিল যিমানেই সি বৃত্তৰ ভিতৰত ঝৰ্ণাক সুমুৱাই ৰাখিবলৈ যত্ন কৰিছিল; তাই সিমানেই নীৰৱে বৃত্তৰ বাহিৰলৈ উৰা মাৰিবলৈ যত্ন কৰিছিল।

মাজে মাজে পঙ্কজে তাইৰ আগত সিহঁতৰ বংশৰ ঐতিহ্যৰ বিষয়ে আওপকীয়াভাৱে বক্তৃতা দিছিল। বুজাইছিল। তাই নীৰৱে শুনিছিল। একো কোৱা নাছিল।

কিন্তু এদিন মোক অবাক কৰি ঝৰ্ণাই কৈছিল, "তোমাৰ লগত অলপ কথা আছে, মোক অলপ সহায় কৰিব পাৰিবা?"

"মোৰ লগত কথা?" মই আচৰিত হৈ কৈছিলোঁ, "কোৱা তোমাক মই সহায় নকৰাৰ প্ৰশ্নই নুঠে।"

"ইয়াত নহয়—"ঝৰ্ণাই কৈছিল, "তুমি কাইলৈ দুপৰীয়া ঠিক এক বজাত পাণবজাৰলৈ আহিবা। অকলে আহিবা। তোমাক মোৰ বহু কথা ক'ব লগা আছে। ঠিক কোৱা, আহিবাতো?"

"নিশ্চয় আছিম ঝৰ্ণা।"

"তুমি কিন্তু ককাইদেউক এতিয়াই একো জানিবলৈ দিব নালাগে। প্ৰয়োজন যেতিয়া হ'ব হয়তো তুমিয়েই মোৰ হৈ ককাইদেউক ক'ব লাগিব।"

"তুমি এই বিষয়ে নিশ্চিন্ত হৈ থাকিব পাৰা, মই তাক একো নকওঁ।"

মই মন কৰিছিলোঁ সেইদিনা ঝৰ্ণাই যেন মোক কথা কওঁতে কিছু নাৰ্ভাচ হৈছিল। তাই যেন বহু কথা ক'ব খুজিও একো ক'ব নোৱাৰিছিল। তাইৰ ঘৰ্মাক্ত মুখখনলৈ চাই সেইদিনা মই একো প্ৰশ্ন কৰা নাছিলোঁ, মই অধীৰ-উৎকণ্ঠাৰে অপেক্ষা কৰিছিলোঁ মাথোঁ পিছৰ দিনটোলৈ।

: কি চাই আছা এনেকৈ ?

মই মন কৰিলোঁ মোৰ প্ৰশ্নটো শুনি নিবঞ্জন যেন হঠাৎ উচাপ খাই উঠিল। মোৰ কাণে যে তেওঁ একেথৰে চাই আছিল সেই কথা তেওঁ পাহৰি গৈছিল। মোৰ প্ৰশ্নটোত হঠাৎ ধৰা পৰি যোৱাত লবালবিকৈ হাতত লৈ থকা বীয়েৰৰ মাগ্‌টোৰপৰা একোক খালে। তাৰ পিছত অকণো কাকি দিবলৈ বন্ধ নকৰি ক'লে—

: তোমাক।

: মোক ? মোক কি চাইছা ? মোক চাবলৈ জানো আক কিবা বাকী আছে নিবঞ্জন ?

: পৃথিবীত বহুত বস্তু চকুৰ সন্মুখত থাকে, যিবোৰ কোনোদিন মানুহে লক্ষ্য নকৰে, অথচ সেইবোৰ বস্তু কোনোদিন লক্ষ্য নকৰিলেও হৃদয়ৰ তলিত হঠাৎ খুউব নিৰ্মমভাৱে কেতিয়াবা প্ৰতিফলিত হয় যাৰেই তাক অনুভৱ কৰিব পাৰি ··

: মানে ?

: মই আজি তোমাক আকৌ নতুনকৈ চাইছো স্বৰ্ণা।

নিবঞ্জনে মোক আকৌ আজি কি নতুনকৈ চাবলৈ চেষ্টা কৰিছে নাজানো। মই কি ক'ম একো উত্তৰ বিচাৰি নাপালোঁ, মোক জানো আক কিবা নতুনকৈ চাবলগীয়া আছে ?

ওহোঁ, মই নাজানো।

ঋষিকেও কৈছিল এদিন, "তোমাক, তোমাক বহুত চাব লগা আছে স্বর্ণা। আচল কথা কি জানা—তোমাক, তোমাব সৌন্দর্য্য, তোমাব ৰূপ চাই শেষ কৰিব নোৱাৰি। ইয়াক কেৱল অনুভৱ কৰিবহে পাৰি।"

ঋষিকে মোব সৌন্দর্য্য, মোব ৰূপক অনুভৱ কৰিবলৈ যত্ন কৰিছিল। কিন্তু মোব মনটো, মোব মনটোক জানো কেতিয়াবা তেওঁ অনুভৱ কৰিবলৈ চেষ্টা কৰিছিল ?

আজি নিবঞ্জনে কৈছে, "পৃথিৱীত বহুত বস্তু চকুব সন্মুখত থাকে, যিবোব কোনোদিন মানুহে চাব নোৱাৰে ; কিন্তু সেইবোব বস্তু কোনোদিন নাচালেও হৃদয়ব তলিত খুউব নির্মমভাৱে অনুভৱ কৰিব পাৰি।"

কিন্তু ঋষিকে মোব সৌন্দর্য্য, মোব ৰূপব বাহিবে জানো কিবা বস্তু নতুনকৈ চাইছে, কেতিয়াবা জানো অনুভৱ কৰিবলৈ যত্ন কৰিছে ?

নাই কবা।

কিন্তু আজি নিবঞ্জনেও ঠিক ঋষিকব দৰেই মোব মাজত কোনোদিন নেদেখা বা চাবলৈ যত্ন নকৰা কোনো সৌন্দর্য্য চাবলৈ যত্ন কৰিছে নেকি ? মোব পুষ্ট শৰীবটোক আবৰি বখা মোব দেহব সৌন্দর্য্যব বাহিবে আৰু কিবা নতুন সৌন্দর্য্য জানো নিবঞ্জনে দেখিছে ?

ওহোঁ নাজানো, মই একো নাজানো। কোনে জানে নিবঞ্জনে আজি মোব বহু কিবা নতুনকৈ চাবলৈ চেষ্টা কৰাব মাজত ঋষিকব মোব প্রতি থকা দৃষ্টিয়েই আছে, কোনে জানে মোব দেহব সৌন্দর্য্যই ঋষিকক এদিন উন্মনা কৰি বখাব দৰে, শেষ হৈ যোৱা সেই সৌন্দর্য্যব উপলব্ধিয়ে নিবঞ্জনব হৃদয়ব কোনো অতল তলিত খুন্দা মাৰিছে।

মোব প্রতি কোনোদিন নিবঞ্জনে কেতিয়াও দুর্বলতা দেখুৱা নাই। মোব প্রতি কিবা দুর্বলতা আছিল যদিও মই নাজানো।

সাহসৰ অভাৱ, সুযোগ নাইবা মানসিক প্ৰস্তুতিৰ অভাৱত যি কথা এদিন ক'ব নোৱাৰিলে; সেই কথাৰ উপলব্ধিয়ে আজি নিৰঞ্জনৰ হৃদয়ৰ অতল তলিত হয়তো খুন্দা মাৰিব পাৰে।

ঋত্বিক আৰু নিৰঞ্জনৰ মাজত জানো কিবা পাৰ্থক্য আছে?

কিয় নাজানো আজি মই কাৰো ওপৰত বিশ্বাস ৰাখিব পৰা নাই।

যি সাহসৰ কাৰণে মোৰ সম্পূৰ্ণ প্ৰস্তুতিৰ অভাৱ আছিল, সেই সাহস দিছিল এদিন নিৰঞ্জনে।

মোৰ মায়ে, মোৰ ককাইদেৱে ইয়াৰ কাৰণে এদিন নিৰঞ্জনক বেয়া পাইছিল। ঘিণ কৰিছিল। মোৰ বন্ধ হোৱাৰ দৰে এদিন আমাৰ ঘৰখনৰ দুৱাৰ তেওঁৰ বাবেও চিৰদিনৰ কাৰণে বন্ধ হৈ গৈছিল।

তথাপি কিয় আজি মই নিৰঞ্জনৰ ওপৰতো আস্থা ৰাখিব পৰা নাই?

ঋত্বিক।

এই এটা নামে মোক উন্মনা কৰি তুলিছিল, এই এটা নামে মোক জীৱনৰ সকলোবোৰ বাধা অতিক্ৰম কৰি যাবলৈ সাহস দিছিল। এই এটা নামে মোৰ পৰিয়ালৰ ঐতিহ্যৰ সুউচ্চ দেৱাল এদিন খহাই পেলাইছিল।

ঋত্বিকক মই এদিন লগ পাইছিলোঁ মোৰ জীৱনৰ এক সাংঘাতিক দুৰ্ঘটনাৰ মাজেৰে।

প্ৰথম বিভাগত মেট্ৰিক পাচ কৰি মই কলেজৰ দুৱাৰত ভৰি দিয়াৰ লগে লগে এক নতুন জগতত প্ৰৱেশ কৰিছিলোঁ। মোৰ ঘৰৰ সীমাবদ্ধ জগতখনৰপৰা আহি প্ৰথমতে মই এই নতুন পৃথিৱীখনত নিজকে 'এড্জাষ্ট' কৰি ল'বলৈ যথেষ্ট অসুবিধা পাইছিলোঁ। প্ৰত্যেক মুহূৰ্ত্তত কিবা এক সংশয়ে মোক আবৰি ৰাখিছিল। চেষ্টা কৰিও মই যেন অৰ্পণাহঁতৰ লগত সম্পূৰ্ণভাৱে মিলি যাব পৰা নাছিলোঁ। অৰ্পণাহঁতৰ দৰে ক্লাচৰ ল'ৰাবোৰৰ লগত একেলগে

ৰহিবলৈ, কথা পাতিবলৈ, আড্ডা দিবলৈ মই সাহস গোটাব পৰা নাছিলোঁ।

বহুতে ভাবিছিল মই অহংকাৰী। সেই কথাষাৰ মই নিজেই যিমানে অনুভৱ কৰিছিলোঁ সিমানেই মোৰ নিজৰ ওপৰত, মোৰ পৰিয়ালৰ ওপৰত ঘৃণা উপজিছিল। তথাপি মই যেন চেষ্টা কৰিও প্ৰমাণ কৰিব পৰা নাছিলোঁ, মোৰ সৌন্দৰ্য্য, মোৰ পৰিয়ালৰ ঐতিহ্য —এইবোৰ 'কমপ্লেক্স'ৰপৰা মই সম্পূৰ্ণ মুক্ত। মোৰ নিজৰ মনটো যিমানেই মুক্ত নহওক, বাহিৰত কিন্তু সেই কথা প্ৰমাণ কৰিবলৈ কোনো ধৰণৰ সুযোগ আৰু সুবিধা মই পোৱা নাছিলোঁ।

হঠাতে এদিন কলেজ পোৱাৰ লগে লগে দেখিলোঁ অৰ্পণাক কেন্দ্ৰ কৰি এজাক ছোৱালী 'কমনৰুম'ত কিবা এটা বিষয় লৈ তৰ্ক কৰি আছে। মই ঠিক সোমাই যোৱাৰ লগে লগে সকলোৱে ঘপ্ কৰে বৈ গ'ল আৰু ঠিক লগে লগেই অৰ্পণাই কৈ উঠিল, "ঝৰ্ণা, তোৰ কি মত? তই যাবি?"

"ক'লৈ?"—একেবাৰে অভাৱনীয় প্ৰশ্ন এটা শুনি আচৰিত হৈ সুধিলোঁ, কাৰণ মই ক'লৈকো যোৱাৰ কথা নাই?

"ক'লৈ মানে?—তই শুনা নাই?" অৰ্পণাই ক'লে, "তই যে কি ছোৱালী ক'ব নোৱাৰোঁ, আমি পিক্‌নিকলৈ যোৱাৰ কথা তই শুনা নাই?"

"মই? ক'তা কোনেও..."

"ধৰি ঝৰ্ণা, আমি কথাষাৰ ন'টিচ্ ব'ৰ্ডত নাইবা কাগজত দিয়া নাই; কিন্তু কথাষাৰ সকলোৱে জানে, তইহে নাজান!"

"আমাৰে ভুল অৰ্পণা"—অন্য এজনীয়ে খোঁচ মাৰি ক'লে, "ঝৰ্ণাক লৈ আমি ধৰত ক'ব লাগিছিল, মাকৰ অনুমতি ল'ব লাগিছিল, তাৰ পিছত মাকক নাইবা ককায়েকক অভিভাৱক হিচাপে লৈ তাই পিক্‌নিক্ যাবলৈ ওলালহেঁতন..."

তাইৰ কথাত আটাইজাক ছোৱালীয়ে গিৰ্জনি মাৰি হাঁহি দিলে।

হাঁহি থাকিলত অন্য এজনীয়ে ক'লে, "ঝৰ্ণাই চুকতনি তাকেই কৈছে। ঝৰ্ণাই শুনা-নুশুনাও একেই কথা। অৱশ্যে আমাৰ লগত পিকনিকলৈ গ'লে ঋষিক বৰুৱাৰ কবিতাৰ বহীত আৰু এটা নতুন কবিতাৰ সংযোজন হ'ব—

'পশ্চিম কাণে বেলি ওলাই ভুমুকি মাৰিছে,
পছত হাতী উঠি আবাও কৰিছে।
অ' নহয়, ঝৰ্ণা ছুৱৰা আজি পিকনিকলৈ আহিছে'।

"বাঃ বাঃ, অনুৰাধা। তই দেখোন ঋষিক বৰুৱাতকৈও সুন্দৰ কবিতা আবৃত্তি কৰিব পৰা হ'লি?"

লগে লগে ছোৱালীজাকে আকৌ এবাৰ গিৰ্জনি মাৰি হাঁহি দিলে।

সেইদিনা মোৰ লাজে-অপমানে একেবাৰে কাণ-মূৰ গৰম হৈ গৈছিল। মোক লৈ ইমানদিনে কোনো ছোৱালীয়ে, কোনো বন্ধু বান্ধৱীয়ে এনেদৰে পোনপটীয়াকৈ আক্ৰমণ কৰা নাছিল, এনে কৌতুক কৰা নাছিল। মই যে ইমানদিনে কিছুমানৰ হাঁহিৰ খোৰাক আৰু কৌতুকৰ বস্তু হৈ আছিলোঁ, সেই কথা মই বুজিব পৰা নাছিলোঁ। সেইদিনা মই ঘৰলৈ আহি মাথোঁ বিচনাত পৰি উচুপি উচুপি কান্দিছিলোঁ।

মায়ে আহি সুধিছিল, "গা বেয়া নেকি, কি হ'ল?" ককাইদেৱে সুধিছিল, "মোৰ কি হৈছে?" সেইদিনা মই একো কোৱা নাছিলোঁ। মই জানো মোৰ মনৰ কথা কোৱাৰ কোনো উপায় নাই।

মই জানো, মই ক'লেও মোৰ মনৰ কথা তেওঁলোকে কেতিয়াও বুজিব নোৱাৰে।

সেইবাবে ঠিক কৰিলোঁ মই পিকনিকলৈ যাবেই। যাইতে হাজাৰ বাধা দিয়ক, মই নোযোৱাকৈ নাথাকোঁ। সেইমতে পুনৰ বিদিনা পিকনিকলৈ যোৱাৰ কথা লৈ ঘৰত পাইকো বুজিলোঁ। মায়ে আচৰিত হৈ ক'লে, "পিকনিকলৈ যাবি, কাৰ লগত যাবি?"

“কেলেই, কলেজৰ ল’ৰা-ছোৱালীবোৰৰ লগত। অৰ্পণা, মল্লিকাইত সকলো...”

“কলেজৰ ল’ৰা-ছোৱালী? তইঁতৰ লগত ল’ৰাও যাব নেকি?”

“যাব, কিয় নাযাব?”

“ছিঃ ছিঃ ঝৰ্ণা, তই সেই নাচনীকেইজনীৰ সৈতে দিনটো কিছুমান ডেকা ল’ৰাৰ লগত ঘুৰি ফুৰিবি? নাই নাই, তই যাব নোৱাৰ। মানুহে শুনিলে কি ক’ব?”

“মানুহে শুনিলে কি ক’ব—মানুহে শুনিলে কি ক’ব, মাথোঁ তোমালোকৰ এটাই কথা। চিৰদিন মাথোঁ মানুহে শুনিলে কি ক’ব, সেই এটা কথাই তুমি মোক কৈ আহিছা, কিন্তু মই নগ’লে মানুহে কি ক’ব সেই কথাটো কেতিয়াবা ভাবি চাইছা নে? তোমালোকৰ মই কোনো কথা শুনিব নোখোজোঁ, মই কথা দিছোঁ, মই যামেই। তোমালোকৰ কাবো কথা মই নুশুনো।”

কোনোদিন মই কিজানি মাক ইমান টানকৈ কোনো কথা কোৱা নাছিলোঁ। মাৰ সকলো কথা মই বিনা প্ৰতিবাদেৰে মানি লৈছিলোঁ, কিন্তু আজি মই প্ৰতিবাদ নকৰাকৈ থাকিব নোৱাৰিলোঁ। সম্ভৱ মায়েও কোনোদিন মোৰপৰা এনেদৰে কোনো প্ৰতিবাদ শুনিবলৈ পাব বুলি ভাবিব পৰা নাছিল। সেইবাবে মোৰ ফালে একেথৰে চাই থাকিল আৰু তাৰ পিছত চকু দুটা চলচলীয়া কৰি ক’লে, “মই জানো সেই ছোৱালীকেইজনীয়ে তোক নষ্ট কৰিলে। মই কওঁ নহয়, সেই নাচনীকেইজনীৰ লগত নুফুৰিবি। নিজেতো নষ্ট হ’লেই, এইবাৰ তোকো নষ্ট কৰিছে এবিৰ।

“লোকৰ ছোৱালীক মিছাকৈ দোষ নিদিবা মা”—মই লগে লগে প্ৰতিবাদ কৰি উঠিলোঁ, “সেইবোৰ ছোৱালী তোমাৰ চকুত বেয়া হ’লেও আনৰ চকুত ভাল ছোৱালী। মোক ইহঁতৰ দৰে কোনো ছোৱালীক অহঙ্কাৰী, ‘আনচ’চিয়েল’ বুলি কোনেও হাঁহিবলৈ সাহস নকৰে।”

“তোক লৈ হাঁহে?” মা যেন একেবাৰে নুশুনিব লগা কথা

এবাৰ শুনি খবগ ভাগি পৰা মানুহ যেন হ'ল, "তোৰ মিচিমা একনী ছোৱালীৰ কোন নিন্দুক আছে ?"

"কোনো নিন্দুক ওলোৱা নাই মা ! লোকে যি কথা কৈছে, সেয়া একো মিছা কথা কোৱা নাই, সঁচা কথাই কৈছে।"

"সঁচা কথাই কৈছে ?"

"অ' সঁচা কথা কৈছে।"

সেইদিনা মায়ে মোৰ কথা ঠিক একো বুজিব পৰা নাছিল। সেইবাবে মোৰ এই বিদ্ৰোহৰ কাৰণে 'নাচনী ছোৱালী' মানে অৰ্পণাহঁতক দোষাৰোপ কৰিছিল—মোক কুপথলৈ নিব খোজা বুলি। মই যে নিজে কিবা চিন্তা কৰি, মই নিজে মাহঁতৰ অতি-খতি বোৱা আভিজাত্যৰ প্ৰতি থকা মোৰ প্ৰচণ্ড বিক্ষোভৰ কাৰণে এনে বিদ্ৰোহ কৰিবলৈ ওলাইছিলোঁ, সেই কথা মাহঁতে ঠিক বুজিব পৰা নাছিল।

মা'ই অৰ্পণাহঁতক নাচনী বুলি কোৱাৰ এটা কাৰণ আছে। আমি মেট্ৰিক পৰীক্ষা দিয়াৰ পিছতে অৰ্পণাহঁতে এখন 'ভেৰাইটিশ্ব'ৰ আয়োজন কৰিছিল। এই ভেৰাইটিশ্ব'ত যোগদান কৰিবলৈ মই মাবপৰা অনুমতি পোৱা নাছিলোঁ। তাবোপৰি মইনো যোগ দিম কি বুলি ? সকবেপৰা ভাল মানুহৰ ছোৱালীয়ে নচা, গান গোৱা —এইবোৰ মাহঁতৰ মতে নিষিদ্ধ কথা আছিল। খুউৰ সম্ভৱ দেউতা-ককাদেউতাহঁতে অসমৰ বাহিৰত গৈ 'বাইজী' আদিৰ নাচ চাই হাজাৰ টকা এনিশাতে খৰচ কৰাৰ কাহিনী মায়ে জানিছিল। এতেকে বাইজীহঁতৰ বস্তু আনি আমাৰ ঘৰৰ সু-উচ্চ দেৱালৰ মাজত সুমুৱাবলৈ সাহস কৰা নাছিল। এতেকে গান গোৱা, নচা—এইবোৰ সুবিধা আমাৰ ঘৰত অকণো পোৱা নাছিলোঁ। তথাপি অৰ্পণাহঁতে ঘৰতে আহি দি যোৱা বিশেষ শ্ৰেণীৰ টিকট দুটা মায়ে ৰাখিছিল। ইয়াৰ কাৰণ সিহঁতৰ প্ৰতি কিবা সহানুভূতি নাইবা ভেৰাইটিশ্ব' চোৱাৰ মাৰ কিবা আগ্ৰহ যে আছিল সেইটো নহয়, দিনে দিনে আমাৰ যি আৰ্থিক অনাটন হৈছিল, সেইটো মোৰ নগৰ ছোৱালীৰ

আগত ক'ৰবাত প্ৰকাশ হয় বুলিয়েই মায়ে বিশেষ একো কেৰ্‌কেৰ্‌ নকৰাকৈ টিকট দুটা ৰাখিছিল।

মোৰ একান্ত আগ্ৰহৰ কাৰণে মায়ে মোক লৈ ভেৰাইটিজ্‌ চাবলৈ গৈছিল। খ'ত মহিলাৰ কাৰণে কোনো বিশেষ আসন সংৰক্ষণ কৰি ৰখা হোৱা নাছিল আৰু সেইবাবে মোৰ কাষৰ চিটটোত আহি কোনো এজন ডেকা বহিছিলহি।

ধুনীয়া সাজ-পাৰ কৰা ডেকাজন বহাৰপৰা মোৰ মনটো অকণমান কিবা খেলি-মেলি লাগিছিল। সেইবাবে মায়ে নেদেখাকৈ মই মাজে মাজে মোৰ কাষত বহা ডেকাজনলৈ চাইছিলোঁ। কিন্তু সাহসৰ অভাৱৰ কাৰণে মই এবাৰো ডেকাজনৰ মুখখন ভালকৈ চাব পৰা নাছিলোঁ। সম্ভৱ ডেকাজনেও মোৰ মুখৰ ফালে তেনেদৰে চুৰ কৰি চাইছিল। কাৰণ, এবাৰ মযো ঠিক তেনেদৰে চাব বিচাৰোঁতে তেওঁ মোলৈ চাইছিল আৰু দুয়ো দুয়োৰে চকুত বৰ বেয়া ধৰণেৰে ধৰা পৰি গৈছিলোঁ। ধৰা পৰি যোৱা কাৰণে তেওঁ লাজ লাজকৈ হাঁহিছিল আৰু লগে লগে মোৰ কাণ-মূৰ গৰম হৈ পৈছিল। ইয়াৰ পিছত মই আৰু সেইফালে মুখ ঘূৰাব পৰা নাছিলোঁ।

খুউব সম্ভৱ ডেকাজনে আকৌ মোলৈ তেনেদৰে চাইছিল আৰু কেনেবাকৈ মাৰ চকুত কিজানি ধৰা পৰি গৈছিল। সেইবাবে হঠাৎ মায়ে 'অৰ্পা, তই ইয়াত বহ' বুলি চিটটো সলাই লৈ খোপা কৰি ডেকাজনলৈ যেনেদৰে চাইছিল, মোৰ লাজত কাণ-মূৰ গৰম হৈ পৈছিল। মই আৰু সেইফালে মূৰ দাঙিব পৰা নাছিলোঁ। ঠিক ইয়াৰ পিছতে মই মন কৰিছিলোঁ, ডেকাজন নিজৰ চিটটোৰপৰা উঠি গৈছিল।

সেইদিনা ষ্টেজত অৰ্পণাইতে নাচিছিল, গান গাইছিল, এখন একাঙ্কিকাও অভিনয় কৰিছিল। কিন্তু ডেকাজনৰ লগত হোৱা সেই দুৰ্ঘটনাটোৰ কাৰণেই হওক নাইবা গায়ক হোৱাজনীয়ে এনেকৈ ষ্টেজত ইমানবোৰ মানুহৰ আগত একা, গান গোৱা আদিৰ কাৰণেই হওক

মাইঁতে অর্পণাইঁতক সেইদিনা সহজভাবে ল'ব পৰা নাছিল। উক্তি আহোঁতে গোটেই বাটটোত কিবাকিবি ভোৰ ভোৰাই আছিছিল। কিন্তু ইয়াৰ পিছত বেভিয়া বাস্তবি কাকতত অর্পণাইঁতৰ ছবিসহ উচ্চ প্ৰশংসা কৰি লিখা বাতৰি ওলাল, মই সেই বাতৰি কাকতখন দেখুৱাই মাক কৈছিলোঁ, "মা চোৱা, তুমিহে অর্পণাইঁতক ইমান বেয়া বুলিছা চোৱা, কিন্তু কাগজত কিমান ভালকৈ লিখিছে।" মোৰ কথা শুনি মায়ে বাতৰি কাকতখন লৈ মোক কৈছিল, "থ থ, সেইবোৰ নাচনী ছোৱালীৰ কথা মোক ক'বলৈ নাহিবি, মোৰ দৰকাৰ নাই সেইবোৰ পঢ়াৰ।

সেই ভেভিয়াবেপৰা অর্পণাইঁত মাৰ চকুত 'নাচনী ছোৱালী' হ'ল। এতেকে এইবোৰ নাচনী ছোৱালীৰ লগত মোক 'পিকৃনিক'লৈ যাবলৈ মায়ে কোনামতে অনুমতি নিদিয়ে। কিন্তু মই বেভিয়া মোৰ মতত আঁকোৰ-গোঁজ হৈ থাকিলোঁ, তেভিয়া মায়ে পৈ ককাইদেউৰ লগত আলোচনা কৰিলে। অৱশেষত ককাইদেৱে আহি মোক এটা প্ৰস্তাৱ দাঙি ধৰিলে, "শুন বৰ্ণা. মই তোৰ পৰীক্ষা হৈ গ'লেই কলিকতালৈ যাম আৰু তোকো এইবাৰ লৈ যোৱাৰ কথা ভাবিছো। এতেকে এইবোৰ পিকৃনিক-চিকৃনিক বাদ দে, তোৰ তেনেকৈ অকলে ঘোৰা-ফেলাৰো অভ্যাস নাই.... "

ককাইদেউৰ প্ৰস্তাৱটো শুনি মোৰ হাঁহি উঠি গ'ল। কলিকতালৈ যোৱাৰ আনন্দত মই একেজাপে সন্মত হৈ যোৱাৰ বি আশা কৰি আছিছিল, তেনে কোনো লক্ষণ নেদেখি ককাইদেৱে মোলৈ আচৰিত হৈ প্ৰশ্নবোধক দৃষ্টিৰে চাই থকা দেখি মই ক'লোঁ, "অভ্যাস নাই কাৰণে মই অভ্যাস কৰিব খুজিছেঁ। ইমানদিনে তোমালোকে অভ্যাস কৰিবলৈতো কোনো সুযোগ নিদিলা; এতিয়া মই নিজে নিজৰ আনন্দৰ বাবে কিবা এটা কৰিবলৈ লোৱাত বাধা দিছা কিয়? তাৰোপৰি চোৱাঁ, কলিকতালৈ নিয়া লোভ মোক দেখুৱাবা, মোৰ দেউতা কলিকতালৈ বহুদিন গৈছিল, কিন্তু কোনো এবাৰ মোক লগত

নিছিল নে ? সঁচাকৈয়ে তুমি কোৱাচোন, তুমি মোক কলিকতালৈ তোমাৰ লগত নিবলৈ ভাল পাবা নে ? মই জানো কেতিয়াও তুমি ইয়াক অন্তৰৰপৰা নিবিচাৰা। সেইভা কিয় কলিকতালৈ গৈছিল মায়ে নজনাকৈ থকা নাছিল ; কিন্তু প্ৰতিবাদ কৰাৰ সাহস গোটাব পৰা নাছিল। তুমিও দুপইচা গোটাই লৈ কলিকতালৈ যোৱা, অথচ মায়ে বুজিও নুবুজাৰ ভাও ধৰিব লগাত পৰে। মাৰ যি সাহসৰ অভাৱ আছিল, তাৰ বাবে আজি আমাৰ যে এই অৱস্থা, তুমি অস্বীকাৰ কৰিব নোৱাৰা…। সেই কাৰণে শুনা, কেতিয়াবা যদি মই কলিকতালৈ যাওঁ, মই অকলে যাম, তোমাৰ অনুগ্ৰহত নহয়……"

"তই এইবোৰ কি কৈছ ?" একো নুবুজাৰ দৰে মায়ে মোক প্ৰশ্ন কৰিলে।

"তুমি একো নুবুজাৰ ভাও নধৰিবা। চিৰদিন তুমি নিজেকে সতী-সাধ্বী তিৰোতা হিচাবে প্ৰতিষ্ঠা কৰিবলৈ, মহাত্মা গান্ধীৰ তিনিটা বান্দৰৰ ভাও দিয়ে কটাই দিলা, কিন্তু তুমি মোক যদি ঠিক তোমাৰ দৰেই হোৱাটো বিচাৰিছা, তেনেহলে এক বিৰাট ভুল কৰিছা…"

সেইদিনা মাইঁতে মোৰ কথা ঠিক বুজিব পাৰিছিল নে নাই নাজানো ; কিন্তু মই মন কৰিছিলোঁ সেই দিনাৰপৰা মা আৰু ককাইদেউ একেবাৰে নিশ্চুপ হৈ গৈছিল। মই মন কৰিছিলোঁ কেবাদিনো ককাইদেউ মোৰ সমুখা-সমুখি হোৱা নাছিল। ময়ো মাইঁতৰ লগত কোনো ধৰণৰ কথা পতা নাছিলোঁ। মোৰ হাতত থকা পইচাৰপৰাই পিক্‌নিকৰ পইচা দিলোঁ। অৱশেষত যিদিনা মোৰ পিক্‌নিকলৈ যোৱা দিনটো আছিল, সেইদিনা মই দেখিলো মায়ে খুউব পুৱাই বিচনাৰপৰা উঠি গৈ পাকঘৰৰ লাইটটো জ্বলাই কিবাকিবি কৰিবলৈ আৰম্ভ কৰিছে। অন্যদিনা ইমান পুৱাই মা কেতিয়াও নুঠে। মা উঠাৰ অলপ পিছতে মই বিচনাৰপৰা উঠি গৈ সেইবাবে মাক সুধিলোঁ, "কি হ'ল মা ? ইমান সোনকালে উঠিলা যে ?"

"তই পিক্‌নিকলৈ যাবাবি জানো?" কেবাহীখনত আনু-কূলকবিব তাজিখন তুলি দি মায়ে ক'লে, "তাত পৈ কেতিয়া খাবলৈ পাব ঠিক নাই, চুখনমান লুচিকে ভালকৈ খাই যা।"

"ল'ক আছিল নহয়"—মই ক'লোঁ, "এইযোব কবি মিছাকৈ ইমান কষ্ট কবাব কোনো দবকাব নাছিল।"

কথা কৈ কৈ মই বাথকমত সোমালোঁপৈ, মায়ে কিবা কৈছিল যদিও মই শুনা নাছিলোঁ। মই বাথকমত থাকোঁতে শুনিলোঁ কোনোবাই গাড়ীখনব খুউব হেন্দেল্ মাবিছে। তাব মানে ককাইদেউ উঠিল। ককাইদেউক মই কোনোদিনেই ইমান সোনকালে উঠা দেখা নাই। গাড়ীখন চলাবলৈ ককাইদেৱে আপ্রাণ চেষ্টা কবিছে। কিন্তু ইমান ঠাণ্ডাত গাড়ীখনে যেন টোপনিবপবা উঠিবলৈ অকণো ইচ্ছা কবা নাই। কিছু সময় হেন্দেল মাবি ককাইদেউ ভাগবি পবিছে। এনেতে মই শুনিলোঁ মায়ে ককাইদেউক চিঞৰি কৈছে, "তই সেইখনতে কিয় মিছাকৈ লাগি আছ? বিয়া এখনকে আনি দে, তাই তাতে যাব পাবিব।" ককাইদেৱে মাব কথাব একো উত্তব নিদিলে। কিন্তু ইয়াব পিছত শুনিলোঁ তেওঁ দুগুণ উৎসাহেৰে গাড়ীব হেন্দেল মাবিছে, বনেট দাঙিছে, নমাইছে, খুটুং-খাটাং কবি কিছুমান শব্দ কবিছে। ককাইদেউলৈ সেইবাবে বব দুখ লাগিল। মই জানো ককাইদেৱে কিয়, গাড়ীখন ষ্টার্ট্ কবিবলৈ আপ্রাণ চেষ্টা কবিছে। গাড়ীখন ষ্টার্ট্ কবিব পবাব লগতে ককাইদেউব গোটেই পৌৰুষৰ প্রশ্ন জড়িত হৈ আছে। গাড়ীখন যদি ষ্টার্ট্ কবি মোক নি থৈ আহিব নোৱাৰে, মোব সন্মুখত যেন ককাইদেউ বব বেয়াকৈ হাবি যাব। অন্ততঃ ককাইদেউ আজি মোব ওচবত হাবিব নোখোজে।

ঠিক মই বাথকমব দুৱাবখন খুলিছোঁহে, এনেতে গাড়ীখন ষ্টার্ট্ হোৱাব শব্দ শুনিলোঁ। গাড়ীখন ষ্টার্ট্ হোৱাব শব্দটো শুনাব লগে লগে মোব মুখত কিবা যেন হাঁহি এটা বিবিঙি প'ল। গাড়ীত উঠাব চখ মোব নাই, কিন্তু ককাইদেউব কষ্টকণব প্রতি মোব বেয়া

লাগিছিল। তাৰোপৰি সিদিনাৰ ঘটনাটোৰপৰা আমাৰ যি এটা সহজ সম্পৰ্ক নোহোৱা হৈছিল, সেই সম্পৰ্কটো মই অলপ উন্নত কৰিবলৈ নিজৰপৰাও বিচাৰিছিলোঁ। ককাইদেউৰ গাড়ীখন ষ্টাৰ্ট নোহোৱা হ'লে আমাৰ মাজত সহজ সম্পৰ্কটো হোৱাৰ সম্ভাৱনা আৰু পিছুৱাই গ'লহেঁতেন।

চাহ-তাহ খাই-মেলি উঠি মই দেখিলোঁ। ককাইদেউ গাড়ীত বহি আছে। মই ওচৰ পোৱাৰ লগে লগে দুৱাৰখন খুলি দিলে। মই সন্মুখৰ চিটত বহিলোঁ। মায়ে মাথোঁ মোক ক'লে, "আন্ধাৰ হোৱাৰ আগতে আহি পাবিহি নহয়?"

"পাবহি লাগে"—মই ক'লোঁ, 'অলপ দেৰি হ'লেও চিন্তা নকৰিবা।"

ককাইদেৱে গাড়ীখন ষ্টাৰ্ট দিলে। গেটখন পাৰ হোৱাৰ লগে লগে জেপৰপৰা চিগাৰেট এটা উলিয়াই অগ্নি সংযোগ কৰিলে। আমাৰ মাজত কোনো কথা নাই। মোৰ বৰ অস্বস্তি লাগিব ধৰিলে। সেইবাবে অৱশেষত ময়ে আৰম্ভ কৰিলোঁ। ঃ "মই পিক্‌নিকলৈ অহা কাৰণে তুমি এতিয়াও বেয়া পাই আছা?"

"বেয়া?"—ককাইদেৱে মোৰ ফালে নোচোৱাকৈ ক'লে, "কিয় বেয়া পাম, কোনে কৈছে মই বেয়া পাইছোঁ বুলি?"

"তেনেহলে তুমি একো কথা কোৱা নাই কিয়?" মই ক'লোঁ, "সিদিনাৰপৰা মই মন কৰিছোঁ তুমি যেন মোৰপৰা আঁতৰি থাকিব বিচাৰিছা; মোক 'এভইদ্' কৰিব বিচাৰিছা….. "

কিছু সময় ককাইদেৱে মোৰ কথাৰ কোনো উত্তৰ নিদিলে। কিছু সময় যোৱাৰ পিছত ক'লে, "তোক মই বেয়া পোৱা নাই, কিন্তু এটা কথা সঁচা, তোৰ সন্মুখত থিয় হোৱাৰ সাহস মই হেৰুৱাই পেলাইছোঁ.. "

"ছিঃ ককাইদেউ!" মই প্ৰতিবাদ কৰি ক'লোঁ, "তুমি যে কি কোৱা—"

"ককাইদেউ!"—এক অদ্ভুত ধৰণেৰে ককাইদেৱে শব্দটো উচ্চাৰণ কৰি ক'লে, "তইতো মোক আগতে শব্দ বুলি মাতিছিলি, আজি-কালি একো বুলি নমতা হ'লি আৰু এই 'প্ৰভুশব্দটো' উচ্চাৰণ কৰি মোক কিয় লাজ দিছ......"

"লাজ দিছোঁ?—মই আচৰিত হৈ ককাইদেউক সুধিলোঁ; "তোমাক মই ককাইদেউ বুলি মাতিলে লাজ পোৱা?"

"একেজনী মাৰ সন্তান হিচাপে দাবী কৰাৰ বাহিৰে তোৰ ককায়েৰ হোৱাৰ যোগ্যতা মোৰ নাই, এতেকে তোৰ ককায়েৰ বুলি দাবী কৰাৰ মোৰ একো অধিকাৰ নাই—"

"উস্, তুমি যে কি চেণ্টিমেণ্টাল্, সিদিনাৰ কথাখিনিৰ কাৰণে মোক তুমি এতিয়াও ক্ষমা কৰিব পৰা নাই, তুমি জানো মোক ক্ষমা কৰি দিব নোৱাৰা..."

মই মন কৰিছিলোঁ শেষৰ কথাখিনি কওঁতে মোৰ চকু দুটা চুলচুলীয়া হৈ পৰিছিল। ককাইদেৱে হয়তো মোৰ মনৰ অৱস্থাটো মন কৰিছিল, সেইবাবে অলপ হাঁহিধৰৈ বঙ্গ কৰি কৈছিল, "ক'তা, মোক চেণ্টিমেণ্টাল্ বুলি কৈ দেখোন তইহে চকু চুলচুলীয়া কৰি পেলালি—"

ইতিমধ্যে গাড়ীখন আহি কলেজৰ গেট পালেহি। সেইবাবে কথাৰ মোৰ সলাই ককাইদেৱে ক'লে, "তহঁতৰ 'লীভাৰ'ক সুধি আহচোন, 'কেতিয়া ঘূৰি পাৰিছি, মই নিবলৈ আহিম।"

"তুমি আহিব নালাগে—" মই ক'লোঁ, "দেৰি হ'লে পিক্নিকলৈ যোৱা 'লোকেল' হোৱালীবোৰক ঘৰে ঘৰে নমাই থৈ অহাৰ বন্দবস্ত কৰা আছে।"

গাড়ীখন ৰখোৱাৰ লগে লগে ককাইদেৱে ক'লে, "তেনেহলে তই যা, "উইচ্ ইউ এ হেপী পিক্নিক'—"

গাড়ীৰপৰা নামি মই ক'লোঁ, "থেঙ্ক্ ইউ।"

ককাইদেউৰ গাড়ীখন নেদেখা হোৱালৈকে মই সেইখিনিতে থৈ

থাকিলোঁ। হঠাতে মই অকণমান চেন্টিমেন্টাল্ হৈ পৰাৰ কাৰণে কিছু অপ্ৰকৃতিস্থ হৈ পৰিছিলোঁ। মই কিছু সময় ককাইদেউৰ গাড়ীখন নোযোৱালৈকে বৈ থকাৰ কাৰণে৷ সেইটোৱেই আছিল। 'ককাইদেউ' শব্দটো মই জীৱনত আজি প্ৰথম মুখৰপৰা উচ্চাৰণ কৰিলোঁ। সৰুতে মই ককাইদেউক 'পঙ্কজ' বুলি মাতিছিলোঁ। মোতকৈ তেওঁ কেবাবছৰো ডাঙৰ আছিল যদিও মোৰ খেলাৰ একমাত্ৰ লগ আছিল ককাইদেউ। এতেকে আমাৰ সম্পৰ্কটো ককাই-ভনীৰ সম্পৰ্কতকৈ বহু বেছি বন্ধুত্বৰ সম্পৰ্কহে আছিল। কিন্তু ডাঙৰ হৈ অহাৰ লগে লগে কিয় জানো মোৰ নাম কাঢ়ি মাতিবলৈ লাজ লগা হ'ল। সেই কাৰণে আজিকালি মই একো বুলি নমতা হ'লোঁ, কিন্তু আজি কেনেকৈ মোৰ মুখৰপৰা 'ককাইদেউ' শব্দটো ওলাই আহিল, মই নিজেই বুজিব নোৱাৰিলোঁ। এতিয়া ভাবি মোৰ নিজৰে লাজ লাগিব ধৰিলে।

ককাইদেউৰ গাড়ীখন চকুৰ আঁতৰ হোৱাৰ লগে লগে মই লাহে লাহে লগৰ ছোৱালীবোৰৰ ফালে আগবাঢ়িব ধৰিলোঁ। ইতিমধ্যে আমাৰ লগৰ প্ৰায়বোৰ ছোৱালীয়েই আহি পৰিছে, ল'ৰাবোৰতো আহিছেই। মোক দেখি অৰ্পণাই ক'লে, "আহিলি! দেৰি হোৱা দেখি তই নাহিবি বুলিয়েই ভাবিছিলোঁ।"

"কিয়?"—ঠিক একো বুজি নোপোৱাৰ দৰে অন্যবোৰ ছোৱালীৰ ওচৰত মোৰ দুৰ্বলতাখিনি ধৰা নপৰিবৰ কাৰণে তাইক প্ৰশ্ন কৰিলোঁ।

মোৰ প্ৰশ্নটো শুনি অৰ্পণাই এবাৰ হাঁহিলে আৰু ক'লে, "মোক প্ৰশ্ন কৰিছ কিয়? প্ৰশ্নটো নিজকে কৰ। মোৰ মুখখন খোল খাই গ'লে তোৰে বিপদ হ'ব।"

অৰ্পণাই ঠিকেই কৈছিল। কাৰণ, অৰ্পণাই আমাৰ পৰিয়ালৰ নাড়ী-নক্ষত্ৰ সকলো জানে। সেই কাৰণে মই আৰু বিশেষ কথা আগ নবঢ়ালোঁ।

মই মন কৰিছিলোঁ। পিক্‌নিকলৈ অহা প্ৰায়বোৰ ছোৱালীয়েই মোৰ দৰে মেখেলা-চাদৰ পিন্ধি অহা নাই। প্ৰায়বোৰে জেলোৱাৰ-কামিজ, জিন্‌, স্লেক্স্‌ নাইবা বে'ল বট্‌'মৃছ্‌ পিন্ধিছে। মই আগতে ক্লাছলৈ ক'ৰবাত দুই-এজনীৰ বাহিৰে এনেকুৱা সাজ-পোচাক কবি অহা দেখা নাছিলোঁ। এনেতে বাস্নাই মোলৈ হঠাৎ অদ্ভুতভাবে চাই ক'লে, "এই, এইবোৰ কি পিন্ধি আহিছ? পিক্‌নিকলৈ গৈ মেখেলা-চাদৰ দাঙি ফুৰিবি নে ফূৰ্ত্তি কৰিবি?"

"মোৰ এইবোৰ কাপোৰেই নাই"—মই অলপ হাঁহি মাৰি ক'লোঁ। মোৰ কথা শুনি তাই "আহ মোৰ লগত" বুলি কৈ লগৰ ছোৱালীবোৰক ক'লে, "আমি পোন্ধৰ মিনিটতে আহিছোঁ, অকণমান ৰ'বি।" "বেছি দেৰি নকৰিবি" বুলি অৰ্পণাই ক'লে যদিও সেইফালে অকণো ভ্ৰূক্ষেপ নকৰি তাই মোক টানি নিয়াদি নি হোষ্টেল পোৱালেগৈ। তাই মোক কিয় হোষ্টেললৈ নিছিল মই বুজা নাছিলোঁ। কমত সোমোৱাৰ লগে লগে তাই ক'লে, "খোল তোৰ কাপোৰবোৰ"—এইবুলি তাই চুটকেছটো খুলি 'বে'ল-বট্‌'মৃছ্‌' এযোৰ উলিয়াই মোৰ কালে দলি মাৰি দিলে। "সোনকাল কৰ, দেৰি কৰিলে গোটেইবোৰে গালি পাৰিব।" "ধেৎ, মই এইবোৰ পিন্ধিব নোৱাৰোঁ।"—মই এবাৰ মৃদু প্ৰতিবাদ কৰি চাইছিলোঁ; কিন্তু তাই মোৰ প্ৰতিবাদলৈ ভ্ৰূক্ষেপ নকৰি মোৰ গাৰপৰা চাদৰখন টান মাৰি খুলি পেলাই ক'লে, "সোনকাল কৰ, তোৰ 'ভিক্টৰিয়ান মৰেলিটি' থ, আমাৰ লগত বাবলৈ ওলাইছ যেতিয়া আমি যোৱাৰ দৰে যাব লাগিব। তাত গৈ আমাৰ লগত ফূৰ্ত্তি কৰি ঘূৰি ফুৰিলে মেখেলা কোঁচাই ফুৰিবি নেকি?"

নতুন সাজযোৰ পিন্ধি মোৰ কমৰপৰা ওলাই আহিবলৈ অস্বস্তি লাগিছিল। তাই কিন্তু মোক টানি নিয়াৰ দৰে নি বাছখনৰ ওচৰ পোৱালেগৈ। বাছখনৰ ওচৰ পোৱাৰ লগে লগে সকলোৱে মোৰ কালে

চাই চিঞৰি উঠিছিল, “বাঃ বাঃ বৰ্ণা, এইবাৰহে ঠিক হৈছে। একেবাৰে আজিৰ ‘প্ৰিন্সেচ্‌ অব্‌ দ্য পিক্‌নিক’ হৈ আহিছ।” দুই-এটা ল’ৰাইও কিবা মন্তব্য দিলে। মন্তব্যবোৰে মোৰ গোটেই কাণ-মুখ ৰঙা কৰি পেলালে। সেই কাৰণে সিহঁতৰ কথাৰ কোনো উত্তৰ নিদি বাছখনৰ ভিতৰত গৈ কুঁচি-মুচি বহিলোঁগৈ।

বাছ চলিবলৈ আৰম্ভ কৰিলে। দুপাকমান দীঘলী পুখুৰীৰ পাৰত পাক মাৰি—যিটো সকলোবোৰ পিক্‌নিক পাৰ্টিৰে ধৰ্ম—আমাৰ গন্তব্য স্থানলৈ বাছখনে চাপলি মেলিলে। বাছখনৰ ভিতৰত ইতিমধ্যে গান, বিহুগীত আৰম্ভ হৈ গৈছে। মই এইবোৰ একোতে ভাগ ল’ব পৰা নাই। মই প্ৰতিবাৰে সুবিধা পালেই নিজৰ দেহাটো চাইছোঁ। এই নতুন সাজযোৰ পিন্ধি মই অকণো যেন সহজ হ’ব পৰা নাছিলোঁ।

আমাৰ বাছখন গৈ পাহাৰ এটাৰ দাঁতিত ৰ’লগৈ। কাষেদি এখন নৈ বৈ গৈছে। ঠাইখন বেছ মনোৰম। সেইখন হেনো ‘কুলশী’ নদী। আমি সকলো বাছৰপৰা নামিলোঁ। ইতিমধ্যে আমি অহাৰ আগেয়ে আৰু দুটামান পিক্‌নিক পাৰ্টিৰ বাছ আহি সেইখিনিত বৈছিলহি। লাহে লাহে মই দেখিলোঁ আৰু বাছ আহিবলৈ আৰম্ভ কৰিছে। জাকে জাকে ডেকা ল’ৰা নামিছে। দুই-এখনত ছোৱালীও আহিছে, দুই-এটা ফেমিলি পিক্‌নিক্‌ পাৰ্টিও আছে। মাইকৰ হুলস্থূলত গোটেই ঠাইখন একেবাৰে উৎসৱমুখৰ হৈ গ’ল। আমাৰ লগৰ ছোৱালীবোৰেও চাহ খায়ে কোন ক’ত কেনি গ’ল ততকে ধৰিব নোৱাৰিলোঁ। মই কি কৰিম, কি নকৰিম ভাবি একো ঠিক কৰিব নোৱাৰি আমাৰ বাছখনৰ ওচৰতে ৰৈ থাকিলোঁ। যেন দুপৰীয়াৰ ৰ’দজাকৰ গৰমত বাছত এৰি থৈ যোৱা ছোৱালীবোৰৰ কোট-চুৱেটাৰ ৰখা চকীদাৰণীহে। কথাটো ভাবি মোৰ বৰ অস্বস্তি লাগিল। এনেতে ক’ৰবাৰপৰা জিপিকা আহি মোৰ ওচৰত আচৰিত হোৱাৰ দৰে ৰৈ গ’ল। মোৰ ফালে চাই তাই

ক'লে, "এই, তই ইয়াত অকলে অকলে বৈ কি কৰিছ? আহ আহ, অলপ ফুৰ্তি কৰোঁ।"

'ফুৰ্তি?" মই অলপ আচৰিত হৈ প্ৰশ্নটো ক'ৰিলোঁ।

"অ', আহ অলপ ফুৰা যাওক। পিক্‌নিকলৈ আহি কোনো বাই এনেকৈ বৈ থাকে নে?"

মোৰ কোনো উত্তৰলৈ বাট নাচাই তাই মোক টানি নিয়াৰ দৰে লৈ গ'ল। আমি পাহাৰটোৰ দাঁতিৰ সোঁহাতেদি যোৱা ৰাস্তাটোৰেদি উঠিবলৈ আৰম্ভ কৰিলোঁ। অলপ দূৰ গৈয়ে পাহাৰটোৰ নামনিত হাবিৰে ঢাক খাই থকা শিলটোৰ দাঁতিত দেখিলোঁ, কেইবাটাও লৰাই চিগাৰেট খাই একেবাৰে মছগুল হৈ কিবা কথাত খুউব ফুৰ্তি কৰিছে। আমাক দেখি আটাইকেটাই ওপৰা-ওপৰিকৈ লিপিকাক কি ক'লে মই একো বুজি নাপালোঁ। লিপিকা সিহঁতকেইটাৰ কাষলৈ আগবাঢ়ি গ'ল। হাতখনত ধৰি থকা বাবে বাধ্য হৈ ময়ো গলোঁ। "টেক্ ইয়'ৰ ড্ৰীম্ কুইন্ ঋদ্ধিক, এতিয়া ঝৰ্ণাৰ মুখ চাই কিমান কবিতা লিখা, লিখা। মোৰ 'বেট্' ব'ল। এতিয়া মোৰ ফিজ?"

"নিশ্চয়, নিশ্চয় ফিজ দিয়া হ'ব। কাইলৈ থাৰ্ড্-ফ'ৰ্থ্ ছুয়োটা পিৰিয়ড্ অফ্।"

"পিছে কেন্টিনত নহ'ব দেই, মধুমিতাত, মনত থাকিব নহয়?"

লিপিকাই কথা কৈ কৈ ফুৰ্তিতে কিবা এটা ইংৰাজী গানৰ কলি গুণগুণাই দূৰৈত বৈ থকা বন্ধনাহঁতৰ ওচৰলৈ দৌৰ মাৰিলে। দূৰৰপৰা তাই "গুড্ বাই ঝৰ্ণা, উইচ্ ইউ বেষ্ট্ অব্ লাক্" বুলি চিঞৰি একেবাৰে পাহাৰটোৰ দাঁতিত আঁৰ হ'ল। মই কি কৰিম, কি নকৰিম ভাৱত বৈ গলোঁ। কিবা খং আৰু লাজত মই কঁপিব ধৰিলোঁ, মই তেনেকৈ বৈ থকা দেখি প্ৰথমে ঋদ্ধিক বোলা ল'ৰাটোৱে আৰম্ভ কৰিলে, "কি হ'ল, খং উঠিছে বন্ধুৰ ওপৰত?"

মই একো উত্তৰ নিদিয়া দেখি সি মোৰ অকণমান কাষলৈ আহি

কৈছিল, "আহা, বহিবা আমাৰ জগত ? নতুন নিমাতী কইনাজনীৰ দৰে এনেকৈ কিয় আছা ?"

ঋদ্ধিকে এনেকৈ ক'বলৈছে পালে, লগৰকেইটাই গির্জনি মাৰি হাঁহি দিলে। এটাই ক'লে, "বাহ্ বাহ্, তই একেবাৰে আকাশৰ চন্দ্ৰলৈ হাত মেলিছ; একেবাৰে তোৰ কইনা কৰাৰ সপোন দেখিলিয়েই……?"

'ষ্টুপিদ্',—হঠাৎ মোৰ মুখৰপৰা শব্দটো কেনেকৈ ওলাই গৈছিল মই ক'ব নোৱাৰোঁ। মই দৌৰ মাৰিছিলোঁ, কোপাইছিলোঁ। মই একেবাৰে একো ক'ব নোৱাৰা হৈ গৈছিলোঁ। যেতিয়া সংজ্ঞা আহিল মই দেখিছিলোঁ, মোক ঘেৰি এজাক ছোৱালী গোট খাইছে। দূৰত কিছুমান ল'ৰাই বহস্যৰ অনুসন্ধানত প্ৰশ্নবোধক চাৱনিৰে মোলৈ চাইছে।

গোটেই পৰিবেশটোত মোৰ আক খং উঠিছিল। দুয়োখন গাল মোৰ চকু-পানীৰে তিতি গৈছিল।

হঠাতে অৰ্পণা ক'ৰবাৰপৰা আহি মোক ছোৱালীজাকৰ মাজৰপৰা টানি লৈ গৈ বাছৰ ভিতৰত বহুৱাই দুৱাৰখন ভিতৰৰপৰা বন্ধ কৰি দি মোক সুধিছিল, কি হৈছিল। মোক শোকে খুন্দা মাৰি ধৰিছিল। চকু-পানী টুকি টুকি মই কৈ গৈছিলোঁ। লিপিকাই মোক মাতি নিয়াৰপৰা মোৰ সকলো ঘটনা। মোৰ মুখৰপৰা সকলো ঘটনা শুনি অৰ্পণাই হাঁহি দিছিল।

"ধেৎ জাঁকৰী, তই যে এই এবছৰেও ইমান বুৰ্বক হৈ আছ মই ভাবিবই পৰা নাছিলোঁ। মই কিবা ভাওৰ ঘটনা হোৱা বুলিহে ভাবিছিলোঁ। ধেৎ, এইবোৰ কথাত কান্দিলে কেনেকৈ হ'ব ? আনে শুনিলে তোকহে হাঁহিব। কথাটো কেনেবাকৈ ল'ৰাবোৰৰ মাজত কিবা ধৰণে বাষ্ট্ৰ হ'ব লাগিলে কাইলৈৰপৰা কলেজলৈকে আহিব নোৱাৰিবি। এতিয়াও তই ইমান বেঙী হৈ থাকিব লাগে নে ?"

কথাটো বাষ্ট্ৰ হ'বলৈ বাকী নাছিল। ইতিমধ্যে হৈ গৈছিল। দুই

এজনী ছোৱালীৰ মুখৰপৰা। সম্ভৱ কোনো কোনো অনুসন্ধিৎসু ল'ৰাইও শুনিছিল। আমি পিক্‌নিকৰপৰা উভতি আহি বাছৰপৰা নমাৰ পিছত ছোৱালীবোৰৰ 'ইন্‌চাৰ্জ' হৈ যোৱা নমিতা বাইদেৱে মোক একাষৰীয়াকৈ মাতি নি সুধিছিল, মোৰ কি হৈছিল? মই উত্তৰ দিবলৈ নৌপাওঁতেই তেওঁ খঙত জঁকি উঠি কৈছিল, "নিজক কণ্ট্ৰ'লত ৰাখিব নোৱাৰা যদি ল'ৰাবোৰৰ মাজত নাচিবলৈ যাবলৈ কিহে পাইছিল? আজি তোমাৰ কাৰণেই গোটেই ছোৱালীবোৰৰে বদনাম হ'ল। প্ৰফেচাৰ ফুকনহঁতৰ আগত মই কিমান লাজ পাইছোঁ।। কাইলৈ প্ৰিন্সিপালে গম পালে মই কি ক'ম?"

বাইদেউৰ কথাৰ মই একো উত্তৰ দিব নোৱাৰিলোঁ। অলপ পিছতে অৰ্পণাই মোক বাইদেউৰ ওচৰৰপৰা একেবাৰে হোষ্টেল পোৱাইছিলগৈ। কাৰণ, মোৰ কাপোৰ-কানিবোৰ ৰাম্নাৰ কোঠাত আছিল। অন্ততঃ এইবোৰ কাপোৰ পিন্ধি মই ঘৰলৈ উভতি যাব নোৱাৰোঁ।।

মই ৰাম্নাৰ কোঠাত সোমোৱাৰ লগে লগে লিপিকাও আহি সোমাইছিলহি। তাই অহাৰ লগে লগে অৰ্পণা আৰু ৰাম্নাই তাইক গালি পাৰিবলৈ আৰম্ভ কৰি দিলে। গোটেই ঘটনাটোৰ বাবে সিহঁত দুজনীয়ে লিপকাকে দোষাৰোপ কৰিবলৈ আৰম্ভ কৰিছিল। লিপিকাই চকুকেইটা ঢুলঢুলীয়া কৰি কৈছিল, "এই সৰু খেমালি-টোৰপৰা ইমান ডাঙৰ ঘটনা এটা হ'বগৈ বুলি কেনেকৈ জানিম? এই অকলে অকলে বাছৰ কাষত বৈ থকাটো ল'ৰা-বোৰৰ চকুত পৰিছিল, বিশেষকৈ ঋষিকহঁতৰ। সিহঁতে মোক লগ পাই ঠাট্টা কৰিছিল, 'কিহে, তোমালোকে ঝৰ্ণা দুৱৰাক বাছৰ [illegible] চকীদাৰনী কৰি আনিছা নেকি? একেবাৰে গ্ৰীক ভাস্কৰ্য্যৰ মূৰ্তিৰ দৰে বাছৰ কাষত থিয় হৈ আছে যে? ল'ৰা দেখি ভয় খোৱা ছোৱালী যে এতিয়াও আছে আমাৰ ধাৰণাই নাছিল, আজিহে দেখিলোঁ।' মই সিহঁতৰ কথাৰ প্ৰতিবাদ কৰি কৈছিলোঁ, 'ল'ৰা

দেখি কিয় ভয় খাব ? তাই হুলস্থুল ভাল নাপায়, সেই কাৰণেহে তাই আমাৰ লগত অহা নাই।' মোৰ কথা শুনি সিহঁতে গিৰ্জনি মাৰি হাঁহি দিছিল। ইয়াৰ পিছত আমাৰ মাজত জিদ্ লাগিছিল, ঝৰ্ণাক যদি মই সিহঁতৰ ওচৰলৈ লৈ যাব পাৰোঁ, ঋষিকে কাইলৈ কলেজত চাহ খুৱাব। ময়ো এইৰ লাজটো ভাগক আৰু মোৰ জিদ্‌টো বওক বুলি এইক ফাঁকি দি লৈ গৈছিলোঁ, আচল কথা ক'লে এই নাযায় বুলি··· ··। পিছে ঘটনাটো ইমান ভাওৰ হ'ব পাৰে বুলি মোৰ ধাৰণাই নাছিল। মোক ক্ষমা কৰ ঝৰ্ণা, ধেমালিৰ বাহিৰে মোৰ কোনো অসৎ উদ্দেশ্য নাছিল······”

মই একো উত্তৰ দিব পৰা নাছিলোঁ। নিজৰে গোটেই ঘটনাটোৰ কাৰণে বৰ লাজ লাগিছিল। ইতিমধ্যে ছোৱালীবোৰৰ মাজত মোৰ কথাটো লৈ বিভিন্ন মুখৰোচক আলোচনা সম্ভৱ আৰম্ভ হৈ গৈছিল।

সেইদিনা অৰ্পণাই মোক ঘৰত যেতিয়া থৈ গৈছিল, তেতিয়া নিশা সাত বাজিছিল। ককাইদেৱে সাজ-পাৰ কৰি ওলাই আছিছিল। মোক দেখি ক'লে, “মায়ে তই দেৰি কৰা দেখি চিন্তাই কৰিছিল, মই আগবাঢ়ি যাবলৈ ওলাইছিলোঁ। কি, পিক্‌নিকত তই ঘৰত থকাৰ দৰে নিমাতীজনী হৈ থাকিলি নে বেছ ফুৰ্তি কৰিলি ?”

: কৰিলোঁ, দেখাৰ ফুৰ্তি···

ককাইদেউৰ প্ৰশ্নটোৰ উত্তৰ কোনো ৰকমে দি মই মোৰ কোঠা পাইছিলোঁগৈ। মই নিজকে তেতিয়া কৈছিলোঁ, “ককাইদেউ, মা তোমালোকে মোক পিক্‌নিকলৈ যাবলৈ বাধা দি ঠিকেই কৰিছিলা ; মই আচলতে এইবোৰলৈ যাবলৈ অলপো উপযুক্ত নহয়। তোমালোকৰ ওপৰত অভিমান কৰি তোমালোকে বেয়া পোৱা কাম এটা কৰি তোমালোকৰ বিৰুদ্ধে বিক্ষোভ কৰিব পাৰোঁ, কিন্তু মই তোমালোকৰ চিন্তাধাৰাৰপৰা অকণো মুক্ত নহয়। মই আজি বুজি উঠিছোঁ, মই সম্পূৰ্ণ হাৰি গৈছোঁ। তোমালোকে কমনা কৰা ঝৰ্ণাজনীৰপৰা মই অকণো মুক্ত নহয়, অকণো মুক্ত নহয়।”

পিছদিনা আগৰ দৰেই মই কলেজলৈ ওলালোঁ। যদিও মোৰ মনটো আনদিনাৰ দৰে মুকলিমূৰীয়া নাছিল। প্ৰতি মুহূৰ্ততে এক অজানিত ভয় আৰু শংকাত মোৰ অন্তৰখন দুক্ দুক্ কৰি কঁপি উঠিছিল। মোৰ এনে লাগিছিল সকলোৱে যেন মোক কৌতূহলেৰে চাইছিল, মোক লৈ মুখৰোচক আলোচনা কৰিছিল। এনেতে এবাৰ হঠাতে ঋষিকক মই লগ পাই গলোঁ। মোক দেখি ঋষিকে "মিচ্ দুৱৰা ! শুনকচোন" বুলি কৈ মোৰ কাষ পাইছিলহি। শংকাৰে মই তেওঁৰ ফালে চাইছিলোঁ। তললৈ মূৰ কৰি ঋষিকে কৈছিল, "কালিৰ ঘটনাটোৰ কাৰণে মোক ক্ষমা কৰিব। লিপিকাৰ লগত এটা সাধাৰণ ধেমালিৰপৰা যে এনেকুৱা এটা ঘটনা হ'ব, মই ভাবিব পৰা নাছিলোঁ। লিপিকা নাইবা মোৰ একো বেয়া উদ্দেশ্য নাছিল। লিপিকা মোৰ পেহীৰ ছোৱালী; একে ক্লাছত পঢ়োঁ কাৰণে আমাৰ মাজত বন্ধুত্বটো বেছি, অকণমান ধেমালিও বেছি কৰোঁ। সেইবাবেই এনে হ'বলৈ পালে। মোৰ নিজৰে খুউব লাজ লাগিছে। তাতে আজি পুৱাই তাই আমাৰ হোষ্টেললৈ গৈ কান্দি-কাটি হুলস্থুল কৰি দিয়াত মোৰ অৱস্থাটো কি হৈছে নিশ্চয় বুজিছে। কলেজৰপৰা মই হোষ্টেললৈ উভতি যোৱাৰ সাহসেই হেৰুৱাই পেলাইছোঁ।"

মই পিছৰ কথাখিনি শুনিব নোৱাৰা হৈ আহিছিলোঁ। নিজৰ ওপৰত অসম্ভৱ খং উঠিছিল। সেইদিনা ক্লাছ আৰু কৰা নহ'ল। ঘৰলৈ উভতি আহি বিচনাত শুই শুই কোনেও নেদেখাকৈ মই উচুপি উচুপি কান্দিছিলোঁ। গা অসুখ বুলি মই দুদিনমান কলেজলৈ নোযোৱাকৈ থাকিলোঁ। মা আৰু দাদাই ক'লে, 'পিক্‌নিকলৈ গৈ ঠাণ্ডা লাগিয়েই হৈছে, আমি কৈছিলোঁ নহয়, তই ইমান কষ্ট কৰিব নোৱাৰ।"

মই মাহঁতৰ কথাৰ কোনো উত্তৰ দিয়া নাছিলোঁ। এইটো কথা সঁচা যে মোৰ কষ্ট হৈছিল। কিন্তু সেই কষ্ট মোৰ দেহৰ নহয়, মনৰ। মই যেতিয়া আকৌ কলেজলৈ গৈছিলোঁ, লাহে লাহে লগৰ ল'ৰা

ছোৱালীবোৰে ঘটনাটো পাহৰি গৈছে। ইতিমধ্যে বহু নতুন নতুন ঘটনা দৈনিক পৃষ্ঠিৱীত ঘটিছে। সদায় নতুন কিবাৰ সন্ধানত থকা ল'বা-ছোৱালীবোৰে এটা সামান্য গুজব লৈ ব্যস্ত হৈ থকা নাছিল।

কিন্তু পাহৰিব পৰা নাছিলোঁ মই। পাহৰিব পৰা নাছিল হয়তো ঋষিকে। ছোৱালীৰ বেঞ্চকেইখনৰ পিছতে বহি সদায় ক্লাছত উৎপাত কৰি থকা ল'ৰাটোৱে লাষ্ট বেঞ্চত ঠাই লৈছিল। এক অস্বাভাৱিক গহীনভাবে সি ক্লাছত সোমাইছিল ; কাৰো লগত আগৰ দৰে হৈ-হাল্লা কৰি কথা নাপাতিছিল।

মোৰ কি হৈছিল, মই নিজেই বুজা নাছিলোঁ। মোৰ গোটেই মনটো ঋষিকৰ মুখখনে আৱৰি ধৰিছিল। প্ৰত্যেক দিনে এবাৰ নেদেখিলে মই থাকিব নোৱাৰিছিলোঁ। দিনটো ক্লাছ কৰি আহি সন্ধিয়া যেতিয়া মই পঢাৰ টেবুলত বহিছিলোঁ, মই কিতাপখন সন্মুখত মেলি ঋষিকৰ কথা ভাবিছিলোঁ।

দিনবোৰ পাৰ হৈছিল।

পৰীক্ষা আহিছিল। বন্ধ আহিছিল। বন্ধ খুলিছিল। আকৌ পিক্‌নিকৰ নিয়ৰ-সিক্ত সোঁৱৰণিৰ দিনবোৰ আহিছিল। আকৌ কলেজত পিক্‌নিকলৈ যাবলৈ আমাৰ লগৰ ল'ৰা-ছোৱালীবোৰ সাজু হৈছিল।

ময়ো সাজু হৈছিলোঁ। মাক নোকোৱাকৈ বান্ধাৰ নিচিনা বেঁল বটুহ্ এবোৰ মই কলাবটিপৰ পইচাৰে কিনি পেলাইছিলোঁ। এইবাৰ যাতে আগৰ বছৰৰ নিচিনাকৈ এক অপ্ৰস্তুত পৰিস্থিতিত পৰিব লগা নহয়, তাৰ বাবে আগৰেপৰা মানসিকভাৱে প্ৰস্তুতি চলাইছিলোঁ।

বেঁল বটুহ্বোৰ কিনি কেনেকুৱা হ'ব দেখুৱাবলৈ সেইবাৰেই বাহিৰে বাহিৰে মই বান্ধাইৰ হোষ্টেলত সোমাইছিলোঁ। এক প্ৰকাৰ উন্মাদৰ দৰে বান্ধাইতৰ কোঠাটোৰ ভিতৰলৈ সোঁ মই কৈ গৈছিলোঁ। উত্তৰৰে

কমটোৰ ভিতৰত হোৱা আলোচনাৰিনিয়ে মোৰ কাণত বৰ নিৰ্দয়ভাৱে আঘাত কৰিছিলহি।

: এনেকুৱা এজনী ছোৱালীয়ে এনে এটা কাণ্ড কৰিব বুলি ভবাই নাছিলোঁ। কাকো চিনিব নোৱাৰি ·····।

: নহয় অ'। এইবোৰ সকলো ছিপিয়াৰ কাৰণে হ'ল। উর্বশী ছোৱালী কাৰণে অলপ বেছি নার্ভাচ হৈছিল ··· ।

: থ থ, নিজৰ ক্লাছৰ ল'ৰাটোৰ লগত নার্ভাচ! অন্ত কিবা হৈছিল যেনহে পাইছিলোঁ ·····।

: ঋত্বিককতো দেখিলে এক নম্বৰ 'লেডী কিলাৰ' যেন লাগে, সি পিছে ভাল বস্তুত হাত দিছিল দেই·······।

: ঝৰ্ণা এক নম্বৰ বুৰ্বক, ঋত্বিকৰ কাৰণে কিমান ছোৱালী পাগল, তাইহে ভাল চান্স মিচ্ কৰিলে—।

: তয়ো পাগল নেকি ?

: ধেৎ।

: হাঃ হাঃ হাঃ।

: কিবা যদি হৈছিলেই তাইনো এনেকৈ কন্দা-কটাখন কৰিবলৈ কিহে পাইছিল গোটেইখনৰ আগত। এইটো বয়সত এনে ঘটনা কাৰনো নহয় ?······

: এৰা, তাইৰ কাৰণে এইবাৰ পিকনিকত ঋত্বিক আমি হেৰুৱালোঁ, সি এইবাৰ পিক্‌নিকলৈ নাযায়

: ধেৎ, ল'ৰাবোৰ এনে হ'লে বাজে দেখি। ঝৰ্ণাৰ বাহিৰে আৰু কলেজত ছোৱালী নোহোৱা হৈছে নেকি ?

: এৰা, এইবাৰ একেবাৰে নজমিব····· ।

: ঋত্বিক অন্য কিবা কাৰণেও নাযাব পাৰে। ঝৰ্ণাৰ কাৰণে তাৰ চিন্তা ল'বা এটা নোৱোৱাকৈ নাথাকে দে ·····।

: এহ'লে কিয় নাযায় ? অন্ত কি কামটো ওলাল ?

: যোৱা পিক্‌নিকৰ পিছৰপৰাই দেখিছু নে নাই সি কিমান গহীন হৈ গৈছে।

: সি ঝৰ্ণাৰ প্ৰেমত পৰিছে নেকি অ'।

: হাঃ হাঃ হাঃ।

: তোৰ যে কথা, তাইৰ নিচিনা ফ্ৰিজিদ্ ছোৱালী এজনীৰ সি প্ৰেমত পৰিব ?

: এৰা, ঋত্বিকৰ সলনি ঝৰ্ণা যাবলৈ নোলোৱাই ভাল আছিল। এইবাৰ আকৌ তাই গৈ ক'ত কি গণ্ডগোল কৰে, এইবোৰ বুৰ্বক ছোৱালীয়ে কিয় জানো পিক্‌নিকলৈ মিছাকৈ ওলায়…।

মোৰ আৰু শুনি থকাৰ ধৈৰ্য্য নোহোৱা হৈ আহিছিল। মোৰ এনে লাগিছিল, মই যেন দৌৰি সেইখিনিৰপৰা গুচি আহিম। কিন্তু মই ঠিক কৰিলোঁ—নহয়, মই ভিতৰলৈ যাম, এনেকৈ চোৰৰ দৰে মই পলাই অহাৰ কোনো প্ৰয়োজন নাই। মই ফ্ৰিজিদ্ হ'ব পাৰোঁ, কিন্তু কাপুৰুষ হ'ব নোৱাৰোঁ। মই দুৱাৰখনত নক্ কৰি দিলোঁ। শব্দ শুনি আটাইবোৰৰ কথা হঠাৎ বন্ধ হৈ গ'ল।

মই কমটোৰ ভিতৰলৈ সোমাই গলোঁ। মোক দেখি যেন আটাইকেইজনী ছোৱালীয়ে উচাপ্ খাই উঠিল। কিন্তু বেছি সময় তেনেকৈ নাথাকি বাম্পাই চিঞৰি উঠিল, "আৰে ঝৰ্ণা, চাওঁ বৰ ডাঙৰ টোপালা এটা আনিলি দেখোন ? কি আনিলি চাওঁ ?'

তাই হুৰ্‌মুৰ্‌কৈ মোৰ হাতৰপৰা টোপোলাটো লৈ গ'ল। লগে লগে বাকী কেইজনীয়েও হুলস্থূল কৰি নতুনকৈ কিনি অনা কাপোৰ-যোৰ দেখি আটাইকেইজনীয়ে চিঞৰি উঠিল, "বাহ বাহ, কি ফাইন্ ড্ৰেচ্। কাইলৈ তই একেবাৰে 'প্ৰিন্সেচ্ অব্ দ্য পিক্‌নিক' হৈ ওলাইছ। তোৰ কাষত পাত্তাই নাপাম কিজানি।"

ওপৰা-ওপৰিকৈ আটাইকেইজনীয়ে একো একোটা মন্তব্য দি গ'ল। মই একো উত্তৰ নিদিলোঁ। সকলোৰে কোৱা শেষ হ'লত মই লাহেকৈ কলোঁ, "মই তহঁতক এটা খবৰ দিবলৈহে

আছিলোঁ; মই কাইলৈ পিক্‌নিকলৈ নাযাওঁ, এইবোৰ এনেয়ে চিলালোঁ।"

"কিয় ?"—আটাইকেইজনীয়ে এক ভয় আৰু বিস্ময়েৰে যোগে উক্তি চালে। ইজনীয়ে সিজনীৰ মুখলৈ চাবলৈ ধৰিলে। সকলোৰে এটাই শঙ্কা, কিজানি মই যাহিৰিলবা সিহঁতৰ আ...ৰোৰ শুনি আছিলোঁ। সেইবাবে পৰিস্থিতিটো লাঘৱ কৰিব দিবৰ কাৰণে কলোঁ, "কাইলৈ মোৰ মামাৰ ল'ৰাটোৰ অন্নপ্ৰাশন পাতিছে; মই আগতে নাজানিছিলোঁ। কাইলৈ মই পিক্‌নিকলৈ যাম বুলি ক'লতহে মায়ে ক'লে। আজি পুৱা মামা আহি মই কাইলৈ পিক্‌নিকলৈ যাম বুলি শুনিলত একেবাৰে হুলস্থুল লগাই দিলে। মামাইতো আজিয়েই মোক লৈ যাব বিচাৰে, এনেকে কাইলৈ মই পিক্‌নিকলৈ গ'লে বৰ বেয়া কথা হ'ব।"

ইমানখিনি মিছা কথা অকণো খোকোজা নলগাকৈ মই কেনেকৈ ক'ব পাৰিলোঁ ক'ব নোৱাৰিলোঁ। সন্দেহৰ ভাব এটা থাকিলেও সিহঁতে মই মিছা কৈছোঁ বুলি সম্পূৰ্ণ বিশ্বাস কৰিব নোৱাৰিলে।

মোৰ কথা শুনি আটাইকেইজনীয়ে দুখ প্ৰকাশ কৰিলে। মোৰ অবিহনে যে সিহঁতৰ পিক্‌নিক একেবাৰে নজমিব তাকো ক'লে।

এজনীয়ে যুক্তি দিলে, পিক্‌নিকৰপৰাতো সন্ধ্যা লগাৰ আগতে পামহি, তাৰ পিছতো মই অন্নপ্ৰাশন খাবলৈ যাব পাৰিম। সকলোৰে দুখ-প্ৰকাশবোৰ শুনি শুনি মই আহিবলৈ ওলাই কলোঁ, "বাৰু, এই কাপোৰযোৰ পিক্‌নিকৰ কাৰণেই কৰাইছিলোঁ। মোৰতো যোৱা নহ'লেই, তয়ে পিন্ধ, তোক ভাল শুৱাব। এইবোৰ কাপোৰতো পিক্‌নিক আদিৰ বাহিৰে এনেয়ে পিন্ধিবলৈ মই আৰু নোৱাৰোঁ। ঘৰতো নিদিব, সেই কাৰণে কাপোৰবোৰ মই তোলৈকে লৈ আহিলোঁ।

তাই প্ৰথমে আপত্তি কৰি দেখুৱাইছিল। প্ৰথম আনিয়েই মই

এবাৰো নিলিমাকৈ ভাই পিন্ধিবলৈ ভাল পোৱা নাছিল। মই তাইক সেই কাপোৰযোৰ জোৰ কৰি দি আছিলোঁ।—এই কাপোৰযোৰ আৰু কোনোদিন মই তাইৰপৰা ওভতাই নললোঁ। এদিন মই তাইক কলোঁ, "ৰাম্না, তোক মই এইযোৰ কাপোৰ প্ৰেজেণ্ট দিলোঁ, তোৰ গাত কাপোৰযোৰে বেছ শুৱাইছে।"

এইবোৰ অৱশ্যে পিছৰ কথা। সেইদিনা হোষ্টেলৰপৰা আহি ঘৰ পাই মই সহজ হৈ থাকিব নোৱাৰিলোঁ। বিৰাট এক মানসিক। ক্লান্তিয়ে মোক সাৱটি ধৰিলে। সেইবাবে সোনকালে শুই থাকিলোঁ। মই শোৱাৰ পিছত ককাইদেউ ক'ৰবাৰপৰা আহি মাৰ আগত মোৰ খবৰ লৈছিল। মায়ে ডাঙৰ ডাঙৰকৈ কোৱা শুনিছিলোঁ, 'ভাই শুলেই, কাইলৈ তাই পিক্‌নিকলৈ যাব নহয়, সোনকালে উঠিব লাগিব, ... তয়ো অলপ সোনকালে উঠিবি, তাইক থৈ আহিবিগৈ।'

মই বিচনাত পৰিছিলোঁ যদিও টোপনি অকণো অহা নাছিল। মই গোটেই নিশা তেনেকৈ পৰি থাকিলোঁ। বাৰে বাৰে মাথোঁ আবেলি হোষ্টেলত মোক লৈ হোৱা আলোচনাখিনি মোৰ কাণত বাজি থাকিল: মই আঁকৰী, মই বুৰ্বক, মই ক্ৰিজিদ্। মোৰ প্ৰেমত কোনো যুৱকেই পৰিব নোৱাৰে। ঋত্বিক নাইবা তাৰ নিচিনা কোনোবা যুৱক মোৰ প্ৰেমত পৰাতো আনৰ কাৰণে মাথোঁ এক হাঁহিৰ খোৰাক, ঈৰ্ষাৰ কাৰণ হ'ব নোৱাৰে। ক'তা, মোকতো কোনেও ভাল হোৱালী বুলি নক'লে। ক'তা, মোক দেখোন মাহঁতৰ নৈতিকতাৰ মানদণ্ডেৰে এজনী চৰিত্ৰৱতী, সৎ, ভাল ছোৱালী বুলি নক'লে, মই মাথোঁ আঁকৰী, বুৰ্বক, ক্ৰিজিদ্।...

মোৰ দুগালেদি দুধাৰি চকুলো বৈ আহিল। গোটেই নিশা এক অস্থিৰ উন্মাদনাত মই কটাই দিলোঁ। ঠিক ৰাতি পুৱাওঁ পুৱাওঁ হওঁতেই দেখিলোঁ, মা বিচনাৰপৰা উঠিছে। মা আৰু মই একেটা কোঠাতে শোওঁ। মা উঠা দেখি মই মাক কলোঁ, "মা, তুমি ইমান সোনকালে উঠিলা যে—"

: কেলৈ, তই পিক্‌নিকলৈ নাযা নেকি ?

: মই নাযাওঁ মা।

: কিয় ?—এক মুগুনিব লগা উত্তব শুনি মোৰ কাষলৈ মায়ে উভতি চালে।

: সঁচাই কৈছোঁ মা, মই নাযাওঁ।

: কিন্তু কিয় নাযাব ?

: এনেয়ে, মোৰ যাবলৈ ইচ্ছা নাই।

মায়ে কিছু সময় মোলৈ চাই থাকি পুনৰ বিচনাত পৰি ক'লে, "জানো তোৰ কি কথা, যি কৰ কৰি থাক, কালিলৈকে যাম যাম কৰি আজি আকৌ কি হ'ল ?"

মই একো উত্তৰ নিদিলোঁ। ইয়াৰ অলপ পিছত ককাইদেউ বিচনাৰপৰা উঠি আহি একেবাৰে হুলস্থুল কৰি দিলে, "আৰে! তইচোন উঠাই নাই, অ'ই ঝৰ্ণা, কেইটা বাজিল খবৰ আছে নে নাই ? এনেকৈ শুই থাকিলে তোৰ পিক্‌নিকৰ বাছেই যাবগৈ।"

: তাই বোলে নাযায়······

মই কিবা কোৱাৰ আগতে বিচনাৰপৰা মায়ে মাত লগালে।

: কিয় ?

একেবাৰে মুগুনিব লগা কথা এটা শুনাৰ দৰে অদ্ভুতভাৱে ককাইদেৱে আঁঠুৱাখন দাঙি মোক সুধিলে, "তোৰ আকৌ বাতিটোৰ ভিতৰতে নাযাবলৈ কি হ'ল ? মা! তুমি কিবা ক'লা নেকি।"

"মই কি ক'ম ?"—মায়ে অলপ বিৰক্তিৰে ক'লে, "মই তহঁতক কিবা ক'বলৈ কেতিয়াবাই বাদ দিছোঁ, কেইটামান দিন আছোঁ, এই কেইদিন তহঁতক অশান্তি নিদিয়াকৈ মৰিব পাৰিলেই হয়······।"

মই বুজিলোঁ, কোৱাবাৰ পিক্‌নিকলৈ যাব হকা-বধা কৰিলে মই কোৱাৰ কোনোটো এতিয়াও যাব যোৱা নাই। ককাইদেৱে নতুন কথাটো বুজি উঠিছিল। সেইবাবে অকণমান হুলস্থুল কৰি মোৰ কাষ

পৰা লেপখন টান মাৰি গুচাই দি ক'লে, "উঠ উঠ, মান-অভিমান কৰি থাকিব নালাগে, নহ'লে গাত পানী ঢালি দিম।"

: মই অভিমান কৰি যাবলৈ নোলোৱা নহয়, তোমালোকে বুবুজা কিয় ? মোৰ মন যোৱা নাই, বহু। তুমি শুই থাকাগৈ ককাইদেউ, তুমি আক এঘণ্টা শুব পৰিবা।

: জানো তহঁতৰ কি হয় ...।

বিৰক্তিৰে ভোৰ-ভোৰাই ককাইদেউ কোঠাটোৰপৰা ওলাই গৈ নিজৰ কোঠাত সোমাল। মই স্বস্তিৰ নিশ্বাস পেলালোঁ।

অন্য দিনাৰ দৰে আমাৰ ঘৰত এটা নতুন পুৱাৰ আৰম্ভ হ'ল। খোৱাৰ টেবুলত বহি মা, মই, ককাইদেৱে একেলগে চাহ খালোঁ। কোনেও এবাৰলৈও মই কিয় পিক্‌নিকলৈ নগলোঁ সুধিয়ালে। মই বক্ষা পৰিলোঁ। ককাইদেৱে ভাবিছে, মায়ে কিবা ক'লে—যিহৰ কাৰণে মই অভিমান কৰি পিক্‌নিকলৈ নগ'লোঁ। মায়ে কি ভাবিছে ক'ব নোৱাৰোঁ ; কিন্তু মাও কিবা যেন সহজ হ'ব পৰা নাই। তেওঁ নিজৰ গাতে সম্ভৱ কিছুমান মনে সজা কাৰণ পেলাই লৈছে। সেইবাবে মা আক বেছি অসুখী হৈছে। গোটেই পৰিৱেশটোৰ কাৰণে নিজকে বৰ দোষী দোষী লাগিব ধৰিলে।

মোৰ নিজৰে হাঁহি উঠিল। যোৱাবাৰ মই পিক্‌নিকলৈ যাবলৈ ওলোৱাৰ কাৰণে মাইঁতৰ চকুত হৈছিলোঁ এক অশান্তিৰ কাৰণ আক এইবাৰ নোযোৱাৰ কাৰণে মই হলোঁ এক অশান্তিৰ কাৰণ।

মানুহবোৰে, মোৰ জীৱনৰ ঘটনাটোৰ দৰেই দেখিছো কোনো কথাতে সুখী হ'ব নোৱাৰে। যি পোৱা নাযায় হয়তো সেইটো ভুল কৰি বিচৰা হয়, যি পোৱা যায় তাকো লৈ মানুহ কোনো দিন সুখী হ'ব নোৱাৰে।

মোৰ এনে লাগিল মই যেন ঘৰখনৰ অস্বস্তিকৰ পৰিস্থিতিটোৰ-পৰা ক'ৰবালৈ পলাই যাম। মই যেন এটা মুহূৰ্তও ইয়াত থাকিব নোৱাৰোঁ।

কিন্তু যাম ক'লৈ ?

বিচনাখনত পৰি পৰি মই বহু সময় কথাষাৰ ভাবিলোঁ।

হঠাতে মোৰ চকুৰ আগত এখন মুখ ভাহি উঠিল: ঋত্বিক, ঋত্বিক বৰুৱা।

ঋত্বিকো আজি পিক্‌নিকলৈ যোৱা নাই। কিয় যোৱা নাই নাজানো। কালি বান্নাৰ কোঠাত আলোচনা কৰা মই শুনিছিলোঁ।

ঋত্বিক কিয় পিক্‌নিকলৈ নগ'ল ?

যোৱাবাৰ মোৰ লগত হোৱা ঘটনাটোৰ কাৰণে ? ওহোঁ, নাজানো। নাই নহয়, হ'ব নোৱাৰে, মোৰ নিচিনা ফ্ৰিজিদ্ ছোৱালী এজনীৰ কাৰণে ঋত্বিকৰ নিচিনা এটা ল'ৰা পিক্‌নিকলৈ নোযোৱাকৈ নাথাকে।

মই আকৌ দমি গলোঁ।

হঠাতে আকৌ ঠিক কৰিলোঁ—নাই নহয়, মই যাম। মই বান্না, লিপিকাহঁতৰ সন্মুখত প্ৰমাণ কৰি দিম: মই ফ্ৰিজিদ্ নহয়, ময়ো তেজ-মঙহৰ কামনা-বাসনা থকা এজনী জীয়া গাভৰু। মোৰ জীৱনতো ঋত্বিকৰ নিচিনা যুৱক এজনৰ প্ৰয়োজন আছে। মোৰ নিচিনা ফ্ৰিজিদ্ গাভৰু এজনীৰ সান্নিধ্য ঋত্বিকৰ নিচিনা যুবকেও বিচাৰিব পাৰে।

ধপ্ কৰে বিচনাৰপৰা উঠিলোঁ। এক অধীৰ উলাহেৰে বাথৰুমত সোমাই গা ধুই লৰালৰিকৈ কাপোৰ পিন্ধি মই সাজি-কাচি ওলালোঁ, যেন এটা মুহূৰ্ত দেৰি হৈ গ'লেই মই 'মেইল্-ট্ৰেন'খনহে মিচ্ কৰিম। মই এনেকৈ কাপোৰ-কানি পিন্ধি ওলোৱা দেখি মায়ে আচৰিত হৈ মোক সুধিলে, "তই ক'লৈ যাব এই পুৱাই ?"

"পিক্‌নিকলৈ", মই অলপ কৌতুক কৰিয়েই কলোঁ।

"পিক্‌নিক"—আচৰিত হৈ মায়ে ক'লে, "এতিয়া এই দুপৰীয়াখন গৈ কেতিয়া পিক্‌নিক খাবি, কেতিয়া উভতিবি ?"

মাৰ কথাত মই হি হিকৈ হাঁহি দিলোঁ আৰু কলোঁ, "তুমি কি

কৈছা মা, এই মুহূৰ্ত্তে ক'লা, 'ক'লৈ যাব এই পুৱাই',—মই যেতিয়া 'পিক্‌নিক' বুলি কলোঁ, তুমি কৈছা এই দুপৰীয়াখন গৈ কেতিয়া পিক্‌নিক খাবি। এতিয়া দুপৰীয়া নে ৰাতিপুৱা মা ?"

"জানো যি কৰ কৰি থাক" বুলি মা একেকোবে উচাট মাৰি মোৰ কাষৰপৰা গৈ পাকঘৰত সোমালগৈ। মন্তো লৰালৰিকৈ মুখৰ পাউডাৰখিনি সানি এবাৰ আকৌ 'লাইফ্ চাইজ ড্ৰেচিং মিৰৰ'খনত নিজৰ নিপোটল শৰীৰটোলৈ চাই লৰালৰিকৈ ওলাই আহি বাৰাণ্ডাৰ পৰা চিঞৰি কলোঁ, "মা, মই যাওঁ, মোৰ অহা অলপ দেৰি হ'ব পাৰে।"

অন্য দিনা হোৱা হ'লে মোৰ এনেকৈ ক'ৰবালৈ যোৱাৰ সাহস কেতিয়াও নহ'লহেঁতেন। কলেজলৈ যোৱাৰ বাহিৰে অন্য ক'ৰবালৈ যাব লগা হ'লে মই প্ৰায়ে মা নাইবা ককাইদেইৰ লগতে যাওঁ, কাচিৎ কেতিয়াবা লগৰ ছোৱালীৰ লগত যাব লগা হ'লে মই অন্ততঃ এদিনৰ আগতে মাক জানিবলৈ দিওঁ। কেতিয়া যাম, কেতিয়া উভতিম, কিহত যাম—এই সকলোবোৰ কৈহে মই মাৰপৰা অনুমতি বিচাৰোঁ। জীৱনত সেইদিনাই প্ৰথম মই মাক একো নকৈ, মাৰ কোনো অনুমতিলৈ অপেক্ষা নকৰি ঘৰৰপৰা ওলাই আহিলোঁ, এই সাহস কোনে দিলে মই ক'ব নোৱাৰোঁ।

প্ৰধান ৰাষ্টাটোত উঠাৰ লগে লগে দেখিলোঁ সিকালৰপৰা এখন চিটিবাছ আহি আছে। গুৱাহাটীত জন্ম হৈও আজিলৈকে জীৱনৰ ওঠৰটা বছৰত মই কেতিয়াও চিটিবাছত উঠা নাই। সৰুতে গাড়ীৰ বাহিৰে অন্য ক'তো যোৱা নাছিলোঁ। দেউতাৰ মৃত্যুৰ পিছৰপৰা গাড়ীত সদায় উঠাৰ বিলাসিতা কৰিব নোৱাৰা হলোঁ। নগৰৰ ক'ৰবাত বিয়া-বাৰু ইত্যাদি সামাজিক অনুষ্ঠানত, য'ত তেতিয়াও মাক অমুকৰ পৰিবাৰ নাইবা আমাক অমুকৰ সন্তান বুলি এক সুকীয়া সম্ৰমৰ চকুৰে চায়, তেনেবোৰ অনুষ্ঠানলৈ গাড়ী নৈ যোৱাৰ বাহিৰে সাধাৰণতে আমি ৰিক্সাৰে যাওঁ। চিটিবাছত সমাজৰ এক নিম্নস্তৰৰ

এবিধ প্ৰাণী যোৰাৰ বাহিৰে অন্য কোনোবা যে সম্ভ্ৰান্ত পৰিয়ালৰ মানুহ যায়, মোৰ ধাৰণা নাছিল। কিন্তু সমুখত হঠাৎ চিটিবাছখন বৈ যোৱাত একেজাঁপে চিটিবাছত উঠিলোঁগৈ। মই উঠাৰ লগে লগে দেখিলোঁ বিৰক্তিৰে এজন মানুহে বহি যোৱা লেডিৰ চিটটো এৰি দিলে। মই বৰ দ্বিধাৰে সেই চিটটোত বহি কলোঁ, "ধন্যবাদ।" মোৰ মুখত এই শব্দটো শুনি মোৰ কাষত বহি যোৱা মহিলাগৰাকীয়ে এবাৰ অদ্ভুতভাৱে মোলৈ চালে। তেখেতে সেই ধৰণেৰে কিয় চাইছিল মই সেইদিনা বুজা নাছিলোঁ। ইয়াৰ বহু দিনৰ পিছতহে মই বুজি পাইছিলোঁ, চিটিবাছৰ প্ৰথম চিট্ দুশাৰী মহিলাৰ কাৰণে সংৰক্ষিত। ইয়াত কোনোবা পুৰুষ বহি গ'লে মহিলা উঠা দেখিলেই চিট্ দুটা এৰি দিব লাগে। আৰু পুৰুষে মহিলাৰ বাবে চিট্ এৰি দিয়াতো যিহেতু মহিলাৰ মৌলিক অধিকাৰৰ ভিতৰত পৰে, গতিকে ধন্যবাদ আদি জনোৱাৰো কোনো প্ৰশ্ন নুঠে।

ইয়াৰ পিছত কনডাক্টৰটোৱে আহি মোক পইচা খুজিলেহি। সুধিলে, 'ক'লৈ যাম?' মই বেগৰপৰা টকা এটা উলিয়াই দি এইবাৰ বৰ বিপদত পৰিলোঁ। কাৰণ, ক'লৈ যাম, মই জানো ; কিন্তু চিটিবাছৰ ষ্টপেজবোৰৰ নাম মই নাজানো। কনডাক্টৰজনে মোৰ ফালে চাই থকা দেখি কলোঁ, "কটন কলেজলৈ যাম।" তেতিয়া সি আকৌ সুধিলে, "কাচাৰী?" মই মূৰ দুপিয়ালোঁ। কাৰণ, ক'ত নামিলে মোৰ ওচৰ হ'ব নাজানো, সম্ভৱ মই কাচাৰীতে নামিব লাগিব। কনডাক্টৰটোৱে মই বেগটো খোলোঁতে মোৰ বেগৰ ভঙনীয়া পইচা-কেইটা দেখিছিল খুউব সম্ভৱ। সেইবাবে টকাটো ঘূৰাই দি ক'লে, 'ভঙনীয়া দিয়ক।' এইবাৰ মই আৰু বিপদত পৰিলোঁ। কাচাৰীলৈ কিমান ভাৰা মই নাজানো। সেইবাবে হাতত খুচুৰা পইচা এমুঠি লৈ তাৰ ফালে আগুৱাই মেলি ধৰিলোঁ। সি মোৰ হাতৰপৰা পোন্ধৰ পইচা লৈ টিকট দুটা ফালি দিলে। মোৰ এই কাণ্ড-কাৰখানাবোৰ সম্ভৱ বাছৰ ভিতৰত অন্য কোনোৱাই লক্ষ্য কৰি

আছিল। কাৰণ, মই হাতৰ মুঠিত পইচাখিনি তাৰ কালে মেলি দিওঁতে পিছফালে থিয় হৈ যোৱা ডেকা ল'ৰাকেইটামানৰ কথা আহি মোৰ কাণত পৰিছিল।

: অই, নতুন মাল নেকি বে'।

: নতুন নহয়, নতুন বটলত পুৰণি মাল। কেলৈ, কলেজত দেখা নাই......?

মই বুজিলোঁ। ল'ৰাকেইটা আমাৰ কলেজৰে। মই চিনি নাপাওঁ, মোক হয়তো জানে। সেইবাবে মোৰ কাণ-মূৰ একেবাৰে গৰম হৈ গ'ল। মোৰ এনে লাগিল কিহেনো পাইছিল চিটিবাছত আহিবলৈ। তথাপি জীৱনৰ এই নতুন অভিজ্ঞতাটোত কিবা এক নতুন থ্ৰীল্ অনুভৱ কৰিছিলোঁ। মানুহৰ ঠেলা-হেঁচা, হুলস্থুলত মই এক নতুন আমোদ পাইছিলোঁ। হঠাতে দেখিলো চিঠিবাছখন আহি ডি-চি ক'টৰ আগ পাইছে আৰু লগে লগে দুৱাৰমুখত থিয় হৈ যোৱা হেণ্ডিমেন্‌কেইটাই চিঞৰি উঠিল, "কাচাৰী।"—শব্দটো শুনাৰ লগে লগে মই নামিবৰ কাৰণে ঠিয় হলোঁ, কিন্তু মানুহৰ ঠেলা-হেঁচা ইমান বেছি হ'ল যে মই কোনো ৰকমেই নামিব পৰা নাই। মই নামিব নোৱাৰা কাৰণেই সম্ভৱ হেণ্ডিমেন্ এটাই বিৰক্তিৰে চিঞৰি উঠিল, "সোনকালে কৰক, ৰ'ব...আস্তে, মহিলা নামি আছে, নামিবলৈ দিয়ক ...।" অৱশেষত শৰীৰৰ সকলো শক্তি প্ৰয়োগ কৰি যেতিয়া মই চিটিবাছৰপৰা নামিব পাৰিলোঁ, তেতিয়া এই ডিচেম্বৰ মাহৰ জাৰতো মোৰ শৰীৰেদি জুন মাহৰ ঘাম বাগৰি আহিছিল। মই মন কৰিছিলোঁ ইমান যতনে পিন্ধি অহা কাপোৰ-কানিবোৰ একেবাৰে বিশৃঙ্খল হৈ পৰিছিল। মই সেই মুহূৰ্তত ভাবি উলিয়াব নোৱাৰিলোঁ মোৰ লগৰ কলেজৰ ইমানবোৰ ছোৱালী এই চিটিবাছত কেনেকৈ প্ৰত্যেক দিনে কলেজলৈ আহে, তাতোকৈ আচৰিত হলোঁ সিহঁতেনো কেনেকৈ মোৰ দৰে কাপোৰ-কানিবোৰ ইমান বিশৃঙ্খল নোহোৱাকৈ বাছত সদায় আহিব পাৰে! এই কথাবাৰ মই বহুদিনৰ

পিছত অৰ্পণাক এদিন কওঁতে তাই কৈছিল, "চিটিবাছত উঠাটোও এটা আৰ্ট, যি উঠিব জানে তাৰ কাৰণে হাজাৰ মানুহ থাকিলেও একো দিগদাৰী নহয়, বৰং মানুহ নাথাকিলেহে কিবা উকঙা উকঙা লাগে।" যি কি নহওক, বাস্তাৰ ওপৰতে কাপোৰ-কানিবোৰ যিমান দূৰ পৰা যায় ঠিক কৰি মই কলেজৰ বয়জ্ হোষ্টেলৰ ফালে আগবাঢ়িলোঁ। যিমানে হোষ্টেলৰ কাষ চাপিলোঁ সিমানে এক উৎকণ্ঠাত মোৰ বুকুখন ঢুক ঢুককৈ কঁপি উঠিছিল। লাহে লাহে চিটিবাছৰ স্মৃতিবোৰ মোৰ মনৰপৰা আঁতৰাই এখন সুখে শৰীৰৰ সকলো ভাগৰ, বিৰক্তি নাইকিয়া কৰি দিছিল।

সেইখন মুখ হ'ল ঋত্বিকৰ। ঋত্বিক বৰুৱাৰ হোষ্টেলৰ সম্মুখ পাই মই বৈ গলোঁ। হোষ্টেলৰ গেটখন খুলি সোমাই যোৱাৰ সাহস মই কৰিব পৰা নাই। মই মন কৰিলোঁ, হোষ্টেলটো প্ৰায় নিস্তব্ধ। দেওবাৰৰ পুৱা এই সময়ত প্ৰায় ল'ৰা-ছোৱালী হোষ্টেলত নাথাকে। বাৰাণ্ডাখনত এনেয়ে ইফাল সিফাল কৰি থকা দুই-এজন ল'ৰাৰ খুউব সন্তৰ্ন মোলৈ চকু পৰিছিল। মই এনেকৈ বৈ থকাৰ কাৰণে এজন ল'ৰা গেটৰ ফালে আগবাঢ়ি আহি মোক সুধিলে, "আপুনি কাৰোবাক বিচাৰিছে ?"

: ঋত্বিক, মানে ঋত্বিক বৰুৱা ইয়াত আছে ?

: অ' আছে, আহক।

মই এক স্বস্তিৰ নিশ্বাস পেলালোঁ। ল'ৰাজনৰ পিছে পিছে মই হোষ্টেলটোলৈ সোমাই গলোঁ। এক নতুন উৎকণ্ঠা, নতুন ভয় আৰু নতুন অস্বস্তিয়ে মোক আবৰি ধৰিলে। ল'ৰাজন মোতকৈ অলপ আগবাঢ়ি গৈ কম এটাৰ সম্মুখত চিঞৰিলে, "বৰুৱা, বৰুৱা, আপোনাৰ গেষ্ট আহিছে।"

লগে লগে ৰুমটোৰপৰা লৰালৰিকৈ ঋত্বিক ওলাই আহি হঠাৎ সম্মুখত মোক দেখি একেবাৰে কিং-কৰ্ত্তব্য-বিমূঢ় হৈ ৰবল পৰা মানুহৰ দৰে বৈ গ'ল। তাৰ পিছত যেতিয়া ল'ৰাজন

আমাৰ কাষৰপৰা আঁতৰি গ'ল, ঋদ্বিকে মোলৈ চাই মাথোঁ ক'লে,

: আপুনি······

মই একো নকৈ কমটোলৈ সোমাই গলোঁ। মই মন কৰিলোঁ চিগাৰেটৰ টুকুৰা আৰু অ'ত-ত'ত পৰি থকা কিতাপ-পত্ৰ আৰু শুই উঠি ঠিক নকৰা বিচনাখন—সকলোবোৰ মিলি গোটেই কোঠাটো একেবাৰে বিশৃঙ্খল হৈ আছে। মই এনেকৈ সোমাই যোৱাত মন কৰিলোঁ ঋদ্বিকে বৰ লাজ পাইছে। সি ক'লে, "কমমেট্ দুটাৰ এটা চিনেমালৈ আৰু এটা পিক্‌নিকলৈ গ'ল। মই এই উঠিছোঁহে ·····"

কথা কৈ তেওঁ বিচনাখন পাৰিবলৈ লেপখন টানোতেই মই কলোঁ, "চাওঁ, বিচনাখন মই পাৰোঁ, তুমি ওলোৱা, মই ইয়াত বেছি সময় থাকিব নোৱাৰোঁ······।"

মোৰ কথাত তেওঁ আচৰিত হৈ মোলৈ এবাৰ অদ্ভুতভাৱে চালে আৰু মোক বাধা দি কৈ উঠিল, "নালাগে নালাগে······"

কিন্তু ঋদ্বিকৰ কোনো বাধা নামানি মই তেওঁৰ হাতৰপৰা লেপখন টান মাৰি আনি চকিখনত থলোঁ, গাৰু দুটা কমমেট্ এটাৰ বিচনাত থৈ বিচনা-চাদৰখন মই জোকাৰি কলোঁ, "মই যি কৈছোঁ তাকে কৰা, তুমি সোনকালে ওলোৱা ·····।"

ঋদ্বিকে একো নকৈ হেঙাৰডালত ওলোমাই থোৱা পেণ্ট-চার্টযোৰ নমাই এবাৰ অস্বস্তিৰে চালে আৰু তাৰ পিছত কোঠাটোৰপৰা চার্ট-পেণ্টযোৰ লৈ ওলাই গ'ল। ময়ো কিবা এক স্বস্তিৰ নিশ্বাস পেলালোঁ। ইমান সময় মোৰ গোটেই শৰীৰটো উত্তপ্ত হৈ আছিল। আচলতে মই কি কৰিছিলোঁ নিজেই বুজিব পৰা নাছিলোঁ।

মই ঠিক ঋদ্বিকৰ বিচনাখন পাৰি শেষ কৰোঁতেই তেওঁ আহি কোঠাত সোমাল।

মই বিশৃঙ্খল হৈ থকা টেবুলখন ঠিক কৰি থ'বলৈ লওঁতেই ঋদ্বিকে

বাধা দি ক'লে, "সেইখন ঠিক কৰিব নালাগে মিচ ৰুৱা, মই আছি ঠিক কৰিম…।"

: মোৰ নাম ঝৰ্ণা, ঋত্বিক ! আশাকৰোঁ তোমাক মই তুমি আৰু ঋত্বিক বুলি মতাত কোনো আপত্তি নাই…

: নাই মানে…

: কোনো মানে-চানে নাই, ব'লা…

ঋত্বিকে কোনো প্ৰশ্ন নকৰাকৈ কমটোবপৰা ওলাই আহিল। পিছে পিছে মই। আমি আহি যেতিয়া হোষ্টেলৰ গেট্ পালোহি, তেতিয়া ঋত্বিকে মোৰ মুখলৈ এবাৰ প্ৰশ্নবোধক চাৱনিৰে চালে। সম্ভৱ ঋত্বিকে তেতিয়াও মোক তুমি বুলি কোৱাৰ সাহস গোটাব পৰা নাছিল। সেই কাৰণে মুখেৰে একো নক'লে। মই হোষ্টেলৰ আগত ৰৈ থকা এখন খালি বিক্সা পাই ঘপকৰে উঠি ক'লোঁ, "উঠা।"

একান্ত বাধ্য ছাত্ৰৰ দৰে মোৰ কাষত ঋত্বিক কুঁচি-মুচি হৈ বহিল। এইবাৰ ক'লৈ যাব লাগিব সেই প্ৰশ্নটো ঋত্বিকৰ সলনি বিক্সাৱালাটোৰপৰা আহিল। আকৌ এবাৰ ঋত্বিকে মোৰ মুখলৈ চোৱা দেখি মই কলোঁ, "মৰ্ণিং শ্ব' পামগৈ নে? ক'ত ভাল মৰ্ণিং শ্ব' হৈছে ঋত্বিক?"

: মৰ্ণিং শ্ব'? একেবাৰে মুগুনিব লগা কথা এটা শুনাৰ দৰে মোলৈ এবাৰ চাই ঋত্বিকে মোক ক'লে, "ওচৰৰ কোনোবা এটা হললৈ গ'লে পাবগৈ পাৰোঁ।" তাৰ পিছত বিক্সাৱালাটোলৈ চাই ক'লে, "কাঁচিবজাৰ।"

বিক্সা আগবাঢ়িল। আমাৰ মাজত কোনো কথা নাই। অলপ দূৰ যোৱাৰ পিছত হঠাতে মই কৈ উঠিলোঁ, "চিনেমা নাচাওঁ, বাদ দিয়া ঋত্বিক, তালৈ গৈও আমি এনেকৈয়ে কথা নপতাকৈ থাকিব লাগিব, অন্য ক'ৰবালৈ যাওঁ ব'লা।"

"অন্য ক'ৰবালৈ? ক'লৈ?" মোৰ প্ৰস্তাৱটো শুনি একেবাৰে আচৰিত হৈ ঋত্বিকে এঁকবাৰ দৰে মোৰ কালে চাই থাকিল।

ঋত্বিকে মোৰ ফালে যেনেদৰে চাই আছিল, মোৰ দেখি বেছ আমোদ লাগিছিল, মোৰ এনে লাগিছিল মই যেন বান্না, লিপিকা-হঁতক চিঞৰি চিঞৰি ক'ম, "চোৱা বান্না, চোৱা লিপিকা, মোৰ নিচিনা ক্লিভিদ্ ছোৱালী এজনীৰ কাষত তোমালোকৰ 'জন-জুৱান' কেনেদৰে কুঁচি-মুচি হৈ বহি আছে; মোৰ ফালে কেনেদৰে বেঙাৰ দৰে চাই আছে।"

পিছে সেই উৎসাহ মোৰ পিচ্ছমুহূৰ্ত্ততে হঠাতে একেবাৰে নোহোৱা হৈ গ'ল। মোৰ এনে লাগিল মোৰ যেন খুউব ভাগৰ লাগিছে। মই যেন ঋত্বিকৰ বাউসিত মূৰটো গুজি দি কিছু সময় জিৰণি ল'ম। সেইবাবে খুউব নিলিপ্তভাৱে ঋত্বিকৰ ফালে চাই ক'লোঁ, "তোমাৰ যি ইচ্ছা ঋত্বিক, তুমি য'লৈকে নিয়া মই যাবলৈ প্ৰস্তুত।"

মোৰ উত্তৰটো শুনি ঋত্বিকে একো নক'লে। মাথোঁ এবাৰ অদ্ভুতভাৱে মোৰ ফালে চালে। মোৰ এনে লাগিল ঋত্বিকে যেন মোক ঠিক একো বুজিব পৰা নাই।

আমাৰ ৰিক্সা ঋত্বিকৰ নিৰ্দেশত অন্যফালে ঘুৰিল। ক'লৈ গৈছে মই বুজিব নোৱাৰিলোঁ।

মোৰ এনে লাগিল, সেই প্ৰশ্ন কৰাৰ আজি আৰু কোনো প্ৰয়োজন নাই। মই যেন সকলো নিৰ্ভয়তা ঋত্বিকৰ হাতত চিৰদিনৰ কাৰণে এৰি দিছোঁ।

। পাঁচ ।

: মোক আকৌ নতুনকৈ কি চাইছা ?

: মই নাজানো ঝৰ্ণা !

ঝৰ্ণাই আৰু একো প্ৰশ্ন নকৰিলে। তাই টেবুলৰপৰা জিন্‌ৰ গিলাচটো আনি এসোহা খালে আৰু তাৰ পিছত গিলাচটো আকৌ টেবুলৰ ওপৰত থৈ দিলে।

মই মন কৰিলোঁ ইতিমধ্যে বাৰটো দুই-এজন নতুন অতিথি আহিছে, তেওঁলোকৰ দুই-এজনে আমাৰ ফালে মাজে মাজে চকু দিছে।

মোৰ অলপ অস্বস্তি লাগিব ধৰিলে। তথাপি সেই ভাব মনৰ-পৰা আঁতৰাই মই বীয়েৰ এঢোক খালোঁ। তাৰ পিছত মই আকৌ কলোঁ, "তুমিতো এদিন কৈছিলা, তুমি ঋত্বিকক লৈয়ে সুখী হ'ব পাৰিবা, যি কোনো প্ৰতিকূল পৰিস্থিতিৰ সন্মুখীন হ'ব পাৰিবা, তেন্তে আজি কিয় তুমি এনেদৰে পলাই আহিছা ঝৰ্ণা !'

"সেই সাহস দিছিলা এদিন তুমিয়েই নিৰঞ্জন। সেয়েহে তোমাৰ কাষলৈ যদি আকৌ মই সেই সাহস বিচাৰিয়েই আহোঁ তুমি মোক আনো পথ দেখুৱাব নোৱাৰিবা ? তোমাৰ কাষলৈ এনেকৈ অহাটো পলাই অহা বুলিয়েই সঁচাকৈয়ে তাবা নেকি নিৰঞ্জন ?"

মই একো উত্তৰ দিব নোৱাৰিলোঁ।

সঁচাকৈ ক'বলৈ গ'লে মোৰ আজি উত্তৰ দিবলৈ একো নাই।

মোৰ কাষত আজি পৰি আছে মাথোঁ হাজাৰ প্ৰশ্ন। কিন্তু তাৰ কোনো ধৰণৰ উত্তৰ মোৰ কাষত নাই।

সঁচা কথা, এদিন সাহস বিচাৰি মোৰ কাষত থিয় হৈছিল ঝৰ্ণা; সেই সাহস ময়েই দিছিলোঁ। মই নাজানো সেই সাহস দি মই এদিন ভুল কৰিছিলোঁ নেকি? সেই সময়ত যি যৌৱনৰ উৎসাহ আছিল আজি জানো মোৰ সেই উৎসাহ আছে? মই জানো আজি সাহস দিব পাৰিম? কিহৰ সাহস দিম? নাজানো, মই একো নাজানো।

তথাপি মই নিজৰ অসহায়তা, অস্থিৰতা ঝৰ্ণাক দেখুৱাব নোৱাৰোঁ। বানপানীৰ মাজত তৃণ-কুটা এডাল দেখি খামুচি ধৰাৰ দৰে আজি ঝৰ্ণা মোৰ কাষলৈ আকৌ উভতি আহিছে। জীয়াই থকাৰ সাহস বিচাৰি নে আত্মহত্যা কৰাৰ আগতে স্বীকাৰোক্তি কৰি যাব বিচাৰি সেই মৃত্যুমুখী আত্মাবোৰৰ দৰে ঝৰ্ণা মোৰ কাষলৈ আকৌ আহিছে মই নাজানো। মই নিজেই বুজি পোৱা নাই, মই আজি ঝৰ্ণাক কিদৰে সান্ত্বনা দিম? আজি মোৰ মন কিবা এক অনুশোচনাৰে ভৰি পৰিছে; মোৰ এনে লাগিছে মোৰ ভুলৰ কাৰণেই যেন ঝৰ্ণাৰ আজি এনে ধৰণৰ শোকাবহ পৰিণতি হ'ল।

কিন্তু মই সেই অনুশোচনা প্ৰকাশ কৰিব বিচৰা নাই। কাৰণ, তেনে অনুশোচনা কৰাটো এতিয়া একেবাৰে অৰ্থহীন। মোৰ মন আকৌ দৌৰিছে অতীতৰ সেই দিনবোৰলৈ, যিবোৰ দিন আছিল ঝৰ্ণাৰ কাৰণে শঙ্কা, ভয় আৰু দ্বিধাৰ, যিবোৰ দিনত মই আছিলোঁ ঝৰ্ণাৰ কাৰণে আগুৱাই যোৱাৰ সাহসৰ প্ৰতীক।

ইয়াৰ কাৰণে পঙ্কজে মোক বেয়া পাইছিল। ইয়াৰ কাৰণে পঙ্কজৰ মাকে মই ভেওঁলোকৰ ঘৰলৈ যোৱাটো বিচৰা নাছিল। মোক ঘিণ কৰিছিল। ভাবিছিল মই ঝৰ্ণাৰ জীৱনটো ধ্বংস কৰাই নহয়, তেওঁলোকৰ পৰিয়ালৈলে মই আনি দিলোঁ এক অপযশ, অপমান। ভাবিছিল ঝৰ্ণাৰ নিচিনা ভাল ছোৱালী এজনী কেতিয়াও

ইমান বেয়া হ'ব নোৱাৰিলেহেঁতেন, যদি মই কু-চক্ৰান্ত কৰি তাইক বেয়া নকৰিলোহেঁতেন।

ঝৰ্ণাৰ কথামতে সঁচাকৈয়ে মই পিছদিনা পাণবজাৰৰ চাৰি-আলিটোৰ চুকটোত থিয় হৈছিলোঁ। অলপ সময়ৰ পাছতে ঝৰ্ণা আৰু তেওঁৰ লগত এজন সুদৰ্শন যুৱক আহি মোৰ সন্মুখত থিয় হৈছিল।

মই মন কৰিছিলোঁ ল'ৰাজনৰ চকুত কিবা এক উদ্বেগ আৰু শঙ্কাৰ চাৱনি, ঝৰ্ণাৰ চকুৱে-মুখে লাগি আছিল কিবা এক বিস্ময়। মোক দেখি তাই চিঞৰি উঠিছিল : তুমি সঁচাকৈয়ে আহিলা ?

: কিয়, নাহিম বুলি ভাবিছিলা নেকি ?

: ভবা নাছিলোঁ, কিন্তু তুমি অহাটোও ঠিক মই বিশ্বাস কৰিব পৰা নাই।

: কিয় ?

: কিয় মই ক'ব নোৱাৰোঁ...বাক ব'বা, মই তোমাৰ লগত এওঁক চিনাকি কৰি দিওঁ, এয়া ঋত্বিক বৰুৱা, মোৰ বন্ধু...।

ল'ৰাজনে মোৰ ফালে চাই এটা নমস্কাৰ কৰিলে। প্ৰতি নমস্কাৰ জনাই লগে লগে মই কলোঁ : তুমি কি হোৱালী ঝৰ্ণা, একপক্ষীয়ভাৱে দেখোন চিনাকি কৰি দিলা। মই কোন নজনালা...

: তোমাৰ কথা যোৱা দুটা বছৰে ইমান বেছি কোৱা হৈছে যে নতুনকৈ তোমাৰ চিনাকি দিবলৈ একো নাই।

: দুবছৰে ?

মই খুউব আচৰিত হোৱাৰ দৰে কলোঁ, "দুবছৰ মোৰ কথা তুমি এওঁৰ লগত পাতিছা, কিন্তু ক'তা যোৱা দুবছৰে এবাৰো তুমি ভুলতো এওঁৰ কথা মোক কোৱা নাই...!"

: মই আপোনাক জানো। আপোনাৰ লিখা মই পঢ়িছোঁ। ঋত্বিকে ক'লে।

"এওঁ তোমাৰ ভক্ত।"

"কি?" মই আৰু আশ্চৰ্য্য হোৱাৰ দৰে কলোঁ, "তেনেহলে সাংঘাতিক কথা হ'ল। ভক্তকতো গুৰুৱে কেতিয়াও আশীৰ্বাদ নিদিয়াকৈ থাকিব নোৱাৰে, কিন্তু ছুবছৰে মোক গোপন কৰি মোৰ কথা পতাটো মই পিছে সহজভাৱে ল'ব পৰা নাই। দুয়ো লগলাগি যদি কিবা ষড়যন্ত্র কৰিছা, তেনেক্ষেত্রত মোৰ ফালৰপৰা ভক্তক আশীৰ্বাদ দিয়া সম্ভৱ নহ'বও পাৰে।"

"সম্ভৱ নহ'লেও আমি জোৰ কৰিয়েই তোমাৰ আশীৰ্বাদ ল'ম..." ঝৰ্ণাই কথাষাৰ কৈয়ে অপ্রস্তুত হৈ লাজতে বগা পৰি গ'ল ; যিহেতু মই লগে লগে সশব্দে হাঁহি দিছিলোঁ। অৱশ্যে পৰিস্থিতিটো সহজ কৰিবলৈ মই পিছমুহূৰ্ত্ততে কলো, "বাৰু ব'লা, ৰাস্তাতে বৈ বৈ আৰু কি কথা পাতিম? ক'ৰবাত বহোঁগৈ......।"

"ক'ত বহিবা?"

"তোমালোকেহে জানা"—মই কলোঁ, "পাণবজাৰখনতো আজি-কালি আমাৰ নহয়, আমি তোমালোকৰ কাৰণে কেতিয়াবাই এৰি দিলোঁ।"

"ব'লা তেনেহলে।"

হাঁহি হাঁহি ঝৰ্ণা আগবাঢ়িল। লগে লগে ঋত্বিক আৰুময়ো আগবাঢ়িলোঁ। আমি গৈ 'মধুমিতা'ৰ সন্মুখ পোৱাত ঝৰ্ণা ভিতৰলৈ সোমাই গ'ল। আমি মাথোঁ ঝৰ্ণাক অনুসৰণ কৰিলোঁ।

ৰেষ্টুৰাঁখনত সোমায়ে সোঁহাতে পোৱা একমাত্র কেবিনটোত আমি বহিলোঁ। বয়টোৱে পানী তিনি গিলাচ আনি টেবুলত থোৱাৰ লগে লগে ঝৰ্ণাই মোলৈ চাই সুধিলে, "কি খাবা?"

"কি খাম মই কেনেকৈ ক'ম"—মই কলোঁ, "আলহীয়ে জানো ক'ৰবাত কি খাব তাক কৈ দিয়ে, মইতো তোমাৰ আলহী।"

"বাৰু হ'ব, হ'ব"—ঝৰ্ণাই ক'লে, "চাউ চাউ খাওঁ, খাবা?"

"অ'হ্ বাবা",—মই চিঞৰি উঠিলোঁ, "ভাত এগাল অলপ আগতে

সুমুৰাই আছিলোঁ, নাই নাই, মই মোৱাবিন, ভোজনালোক হুয়ো খোৱা, মই চাম, মোক একাপ কফি দিলেই যথেষ্ট।"

"তুমি আলহীহে"—ঋৰ্ণাই প্ৰতিবাদ কৰি উঠিল, "পিছিইলে কি খুৱায় তাকেই খাব লাগিব।"

"তুমি ভুল কৰিছা ঋৰ্ণা, আলহীয়ে খাবলৈ দিয়াৰ আগতে কি খাব সেই কথা কৈ দিয়াৰ কোনো অধিকাৰ নাই, কিন্তু দিয়াৰ পিছত নাখাওঁ বুলি কোৱা, নাইবা প্লেটখনৰপৰা অকণমান কিবা এটা লৈ বাকীখিনি নোখোৱাকৈ থকাৰ অধিকাৰ আছে। ঘৰত হোৱা হ'লে এৰি যোৱা বস্তুখিনি আকৌ টিনত ভৰাই থৈ আকৌ কোনোবা আহিলে দিব পাৰিলাহেঁতেন। কিন্তু এইখন হোটেল, যি অৰ্ডাৰ দিয়া, খোৱা বা নোখোৱা পইচা দিবই লাগে, এতেকে অৰ্ডাৰটো ভাবি-চিন্তি দিয়া ভাল..."

"ইমান যদি ভাবিবই লাগে"—ঋৰ্ণাই মোক বাধা দি কৈ উঠিল, "তেন্তে তুমি আগতেই ক'ব পাৰিলাহেঁতেন কি খাবা, কিন্তু যিহেতু নক'লা, আলহীৰ সন্মুখত আনি নিদিয়ালৈকে এই বিষয়ে আৰু কোনো কথা কোৱাৰ অধিকাৰ নাই।"

মোৰ আপত্তি সঁচাই নৰজিল।

ঋৰ্ণাৰ কথা মতে চাউ চাউয়েই আহিল। অৱশ্যে মোৰ ভাগৰপৰা কিছু অংশ মই জোৰ কৰিয়েই ঋৰ্ণা আৰু ঋদ্বিকৰ প্লেটত দি দিলোঁ।

: কোৱা, মই ছুয়োটাৰে চকুলৈ চাই ঠিক আধামান খোৱাৰ পিছতে প্ৰশ্ন কৰিলোঁ, "মোক কিয় মাতিছিলা ?"

মোৰ এই পোনপটীয়া প্ৰশ্নটোত ঋৰ্ণা আৰু ঋদ্বিক ছুয়ো থত্‌মত খাই বৈ গ'ল। ইটোৱে সিটোৰ মুখলৈ চাবলৈ ধৰিলে। ছুয়োটাৰে মুখৰ বৰণ সঘনাই পৰিবৰ্তন হ'ব ধৰিলে। তেনে এক অপ্ৰস্তুত পৰিস্থিতিত মই ছুয়োটাকে বেছি সময় ৰাখিবলৈ দিয়া নাছিলোঁ। সেইবাবে ঋৰ্ণা বা ঋদ্বিকে কিবা কোৱাৰ আগতে মৱে কৈ উঠিলোঁ,

: তোমালোকে পৰস্পৰক যদি গভীৰ শ্ৰদ্ধা আৰু বিশ্বাস কৰা, তোমালোকৰ এটা স্থায়ী সম্পৰ্ক গঢ় লোৱাত মোৰ সম্পূৰ্ণ সহযোগিতা আৰু শুভেচ্ছা পাবা, এই বিষয়ে নিশ্চিত হ'ব পাৰা।

মই মন কৰিলোঁ, মোৰ কথাত সিহঁত দুটাৰ মুখ দুখন বেছ উজ্জ্বল হৈ উঠিল। ছুয়োটাই এক গভীৰ বিশ্বাসেৰে ইটোৱে সিটোৰ মুখলৈ চাবলৈ ধৰিলে।

: কি হ'ল একো নোকোৱা হ'লা দেখোন। ময়ে কৈ থাকিম নেকি?

: আমি কি ক'ম?

এইবাৰ ঝৰ্ণাই কিবা এক ভয় আৰু উদ্বেগেৰে মোলৈ চালে। মই পৰিস্থিতিটো আৰু অলপ সহজ হ'বৰ কাৰণে জেপৰপৰা চিগাৰেটৰ পেকেট এটা উলিয়াই ঋত্বিকৰ কালে আগুৱাই দিলোঁ। দ্বিধা আৰু বিস্ময়েৰে ঋত্বিকে এবাৰ মোৰ আৰু এবাৰ ঝৰ্ণাৰ মুখলৈ চাবলৈ ধৰি ধেঁহাই ধেঁহাই ক'লে, "মই, মই..."

: মোৰ কোনো 'প্ৰিজুডিচ্' নাই ঋত্বিক। মোৰ আগত চিগাৰেট খোৱাটো বৰ সাঙ্ঘাতিক দোষণীয় কথা বুলি মই নাভাবোঁ, অৱশ্যে যদি তোমাৰ অভ্যাস নাই সেইটো সুকীয়া কথা...।

মোৰ পোনপটীয়া কথাত ঋত্বিকে অকণমান সাহস পালে। সি মোৰ পেকেটটোৰপৰা এটা চিগাৰেট উলিয়াই ওঁঠৰ কোৱাৰিত চেপি ধৰিলে। মই জুইশলাৰে ঋত্বিকৰ চিগাৰেটটো জ্বলাই ক'লো, "হিন্দু শাস্ত্ৰমতে তোমালোকে পৰস্পৰে পৰস্পৰক অগ্নিক সাক্ষী কৰি গ্ৰহণ কৰিব লাগিব, ময়ো তোমাক চিগাৰেটৰ অগ্নিক সাক্ষী কৰি মোৰ বন্ধু তথা ভাতৃ হিচাপে গ্ৰহণ কৰিলোঁ, কি কোৱা ঝৰ্ণা...?"

"চিগাৰেটৰ ধোঁৱাৰ দৰে তোমালোকৰ এই বন্ধুত্ব যাতে শেষ হৈ নাযায় তাকে কামনা কৰিলোঁ...।"

ঝৰ্ণাই কথাষাৰ কৈয়ে সশব্দেৰে হাঁহি দিলে। সেই হাঁহিত মই আৰু ঋত্বিকেও যোগ দিলোঁ।

: বাক, মই আচল কথালৈ আহোঁ। মই আগে বৌৱাধুলিকে প্ৰশ্ন কৰিলোঁ, "তোমালোকে কেতিয়া বিয়া পতাৰ কথা ভাবিছা? তাৰ আগতে মই আৰু এটা দৰকাৰী কথা সুধিবলৈ পাহৰি গৈছো, তোমাক বিয়া কৰাই নিবাপত্তা দিবৰ বাবে ঋষিক কিমানদূৰ আৰ্থিক-ভাৱে স্বাৱলম্বী হৈছে?"

: বিয়া? কিবা মুশুনিব লগা কথা এবাৰ শুনাৰ দৰে ঝৰ্ণাই মোলৈ চাই ক'লে, "আমি মানে···আমি মানে ··।"

"বুজিছোঁ"—মই কলোঁ, "তোমালোক এতিয়াও সপোন গঢ়াতেই আছা, কিন্তু যিমানেই সপোন নগঢ়া, সেই সপোন এদিন ভাঙিবই লাগিব, তেতিয়া তোমালোক সন্মুখীন হ'ব লাগিব কঢ় বাস্তৱৰ। তোমালোকে ইয়াৰ বিষয়ে কি ভাবিছা মই মাথোঁ তাকেই জানিব খুজিছোঁ।···"

: আমি মানে···কি কৰিম একো ভাবিবই পৰা নাই।

: মানে তোমালোকে এই বিষয়ে একো ভবা নাই। এয়া দোষ তোমালোকৰ নহয়, তোমালোকৰ বয়সৰ; এই দোষ তোমালোকৰ আৱেগৰ। সঁচা কথা কবলৈ গ'লে তোমালোক এতিয়াও 'মেচিঅ'ৰ' হোৱা নাই···মই মাথোঁ এটাই কামনা কৰোঁ, তোমালোকে যেন আৱেগৰ বশৱৰ্ত্তী হৈ একো নকৰা···।

: আমি আৱেগৰ বশৱৰ্ত্তী হৈ কিবা কৰাৰ কথা চিন্তা কৰা নাই। এইবাৰ ঋষিকে ক'লে, "আৰু এবছৰৰ পিছত মই এম. এ. পাচ কৰি ওলাম। প্ৰিভিয়াছৰ নম্বৰৰ দৰে যদি মই নম্বৰ পাওঁ, মই 'ফাৰ্ষ্ট ক্লাছ' পাম বুলি ভাবিছোঁ, এতেকে আৰু এবছৰৰ পিছত অৰ্থনৈতিক-ভাৱে স্বাৱলম্বী হ'বলৈ মোৰ কাৰণে কিজানি অসুবিধা নহ'ব। এতেকে বিয়াৰ কথা সম্প্ৰতে মই বাদ দি ৰাখিছোঁ, এবছৰৰ মূৰত এই বিষয়ে কিবা এক সিদ্ধান্ত······

: ময়োতো আছা বছৰ এম. এ. পাছ কৰিম। এওঁৰ সমান নম্বৰ নাপালেও ময়ো কিজানি চাকৰি এটা যোগাৰ ·····

"তুমিও চাকৰি কৰিবা? মই আচৰিত হোৱাৰ দৰে ঝৰ্ণাৰ মুখলৈ চাই কলোঁ, "তুমি যে ইমান আগুৱাই যাব পৰা হ'লা মোৰ কিন্তু কোনো ধাৰণাই নাছিল ·।"

: কিয়? মই চাকৰি কৰিব নোৱাৰাৰ কি কথা আছে? তুমি এতিয়াও মা আৰু ককাইদেউৰ জোখেৰে মোক কিয় জোখা?

"মোৰ ভুল হৈছিল ঝৰ্ণা, আজিৰপৰা নহয়"—মই কলোঁ, "কিন্তু তুমি যি পথত ভৰি দিছা সেই পথ কিন্তু বৰ সহজ নহয়, শেষত যাতে অন্য দহজনী ছোৱালীৰ দৰে ভাগৰি নপৰা তাকেই ··"

: তুমি যদি শেষলৈকে সাহস দিব পাৰা, ময়ো কিজানি যুঁজিব পাৰিম···

"মোৰ কথা কৈছা কিয়?"—মই লগে লগেই কৈ উঠিলোঁ। : সেই সাহস তোমাক দিব পাৰিব ঋত্বিকে, তুমি দিব পাৰিব লাগিব ঋত্বিকক, মোক ইয়াৰ মাজলৈ আনিছা কিয়?

: তথাপি আমি তোমাক আজিৰপৰা আমাৰ অভিভাৱক, পৰামৰ্শদাতা, এক অৰ্থত ক'বলৈ গ'লে 'ফ্ৰেণ্ড, ফিল'চফাৰ এণ্ড গাইড্', হিচাপে গ্ৰহণ কৰিছোঁ···

: ময়ো কথা দিছোঁ, তোমালোকক মই যিমান পাৰোঁ সহায় কৰিম······

মই যি প্ৰতিশ্ৰুতি দিছিলোঁ সেই প্ৰতিশ্ৰুতি ৰক্ষা কৰিবৰ কাৰণে মই পাৰ্য্যমানে চেষ্টা কৰিছিলোঁ। সেই দিনাৰপৰা সঁচাকৈয়ে মই ঋত্বিক আৰু ঝৰ্ণাৰ ফ্ৰেণ্ড, ফিল'চফাৰ এণ্ড গাইড্ হৈ পৰিছিলোঁ।

মই উপদেশ দিছিলোঁ: প্ৰথমতে ভালকৈ পঢ়া-শুনা কৰা, ভাল ৰিজাল্ট কৰিব লাগিব, ভাল চাকৰি পাব লাগিব, অন্ততঃ আত্ম-নিৰ্ভৰশীলতা আহিব লাগিব, তাৰ পিছত প্ৰেম আৰু বিয়া। আমাৰ সমাজত প্ৰেম আৰু বিবাহ ইকনমিক্ এডজাষ্টমেণ্ট হিচাপেই আজিকালি পৰিগণিত হৈছে।

মাজে মাজে পঙ্কজে মোক ঝৰ্ণাৰ কথা সুধিছিল। ঝৰ্ণাৰ স্বীকাৰোক্তিয়ে তাক কিছু শঙ্কিত কৰি তুলিছিল। মই তাৰ কথাত বিশেষ গুৰুত্ব নিদিয়াৰ দৰেই এয়া তাৰ অহেতুক সন্দেহ বুলি উৰুৱাই দিছিলোঁ।

এনে কৰাৰ কাৰণ আছিল।

মই যদি পঙ্কজক সঁচা কথা কৈ দিলোহেঁতেন, সি আৰু মাকে লগ লাগি এক বিৰাট হুলস্থুলৰ সৃষ্টি কৰি দিলেহেঁতেন। মই মন কৰিছিলোঁ। পঙ্কজে ঝৰ্ণাৰ সেই স্বীকাৰোক্তিৰ পিছৰপৰাই সি তাইৰ ওপৰত এক অহৈতুক খবৰদাৰী ইতিমধ্যে আৰম্ভ কৰিছিল।

ঝৰ্ণা আৰু ঋত্বিকৰ বিজাল্ট দিয়াৰ দিনা, আকৌ এবাৰ পাণ-বজাৰত আমি লগ হৈছিলোঁ, ঋত্বিক, ঝৰ্ণা আৰু মই। দুয়োটাকে ময়ে নিমন্ত্ৰণ কৰিছিলোঁ। ঋত্বিকে প্ৰতিশ্ৰুতি ৰাখিছিল। অৰ্থনীতিত সি প্ৰথম শ্ৰেণী নাপালেও ইংৰাজীত ভাল 'পাৰ্চেন্টেজ' পাই উচ্চ দ্বিতীয় শ্ৰেণী পালে।

পাছ কৰাৰ আনন্দৰ মাজেদি ঝৰ্ণাৰ প্ৰিয় খাদ্য 'চাউ চাউ' আৰু তাৰ লগতে দুবিধমান মিঠাইৰে আমাৰ ভোজনপৰ্ব শেষ কৰি উঠাৰ পিছত চিগাৰেট এটা জ্বলাই মই এইবাৰ দুয়োটাৰ মুখলৈ চাই সহজ-ভাৱে প্ৰশ্ন কৰিলোঁ: তোমালোকৰ প্ৰ'গ্ৰেম কি? মই ভাবোঁ ঋত্বিকৰ ভাল চাকৰি এটা সোনকালে পোৱাত অসুবিধা নহ'ব। এতেকে বিয়া কেতিয়া মানে পাতিব খুজিছা? ইমানদিনে পঙ্কজক মই ফাঁকি দি ৰাখিছোঁ যদিও এতিয়া আৰু ফাঁকি নিদিয়াটোৱেই ভাল হ'ব যেন পাওঁ। তোমালোকে নিজে নাইবা তোমালোকৰ হৈ কোৱাটো উচিত হ'ব।

মোৰ পোনপটীয়া কথাৰ উত্তৰ দুয়োটাই কিছু সময় দিব নোৱাৰিলে। ইটোৱে সিটোৰ মুখলৈ চাবলৈ ধৰিলে।

দুয়োটাই তেনেদৰে চাই থকা দেখি পুনৰ মই কলোঁ, "কি হ'ল? মনে মনে থাকিলা দেখোন, কোৱাঁ, তোমালোকে কি ভাবিছা?"

"ভাবিবলৈনো আমি ক'ত সময় পাইছোঁ,"—ঝৰ্ণাই ক'লে, "আজি ৰিজাল্ট দিছেহে, ইমান চিৰিয়াছ কথাবোৰ ভাবিবলৈ মোৰ দেখোন বৰ ভয় লাগিছে।"

: ভয় লাগে কাৰণেই নভৱাকৈ থাকিবা নে? মই হাঁহি মাৰি ক'লোঁ, "তোমাৰো ভয় লাগিছে নেকি ঋত্বিক?"

: ভয়? নাই নাই, মই ভয় কৰা নাই, মোৰ ঘৰত ইতিমধ্যে আমাৰ কথা জানিছে। মোৰ ঘৰৰপৰা আপত্তি নাহিব বুলিয়েই মই ভাবোঁ,...ইতিমধ্যে মই স্থানীয় কলেজ এখনত চাকৰি এটা পাইছোঁ, মোৰ প্ৰিভিয়াছৰ ৰিজাল্ট দেখিয়েই প্ৰিন্সিপালে মাতি নি কৈছিল, ফাইনেলৰ ৰিজাল্ট যিহেতু প্ৰিভিয়াছৰ দৰেই হ'ল, মই কামটো পাম বুলিয়েই ভাবিছোঁ। সম্ভৱতে মই তাতে সোমাম, ভৱিষ্যতে ভাল চাকৰি পালে...

: কলেজৰ চাকৰিটো বেয়া চাকৰি নহয়। তাৰোপৰি তোমাৰ দৰে প্ৰতিভাশালী ল'ৰা এজনে যদি শিক্ষকতা আৰু তাৰ লগতে গৱেষণাত লাগা, মই ভাবোঁ বেছি ভাল কথা হ'ব...।

: কিন্তু মোক ঝৰ্ণাহঁতৰ ঘৰখনে 'এইডেড্' কলেজৰ শিক্ষক হিচাপে গ্ৰহণ কৰিবলৈ নিশ্চয় কিছু কুণ্ঠাবোধ কৰিব....।

ঋত্বিকৰ কথাত মই সশব্দে হাঁহি দিলোঁ আৰু তাৰ পিছত কলোঁ, "সকলো মানুহৰে জীৱনত উন্নতি কৰাৰ 'এম্বিচন্' থাকে; কিন্তু সেই 'এম্বিচন্' শহুৰৰ ঘৰৰ মানুহে, আনকি তেওঁৰ স্ত্ৰীয়েও গাইড্ নকৰাই বেছি ভাল কথা হ'ব যেন পাওঁ। তুমি কি কোৱা ঝৰ্ণা?"

মোৰ কথাত ঝৰ্ণাইও হাঁহি দিলে। ঋত্বিকে কিবা নক'ব লগা কথা এষাৰ কৈ হঠাৎ ধৰা পৰি যোৱাৰ লাজত বঙা-চঙা পৰি গ'ল।

"নাই নাই, মই সেই কথা কোৱা নাই,"—ঋত্বিকে প্ৰতিবাদ কৰি উঠিল, "গুৱাহাটীৰ সকলো মানুহে জানে—এওঁলোকৰ পৰিয়ালৰ এক বংশ-গৌৰৱ আছে; মোৰ সন্দেহ হয় ঝৰ্ণাক বিয়া কৰিবৰ

কাৰণে মোৰ একমাত্ৰ উচ্চশিক্ষাই কেৰ মাৰিব নোৱাৰিব। তেওঁলোকে অন্ততঃ কোনো এটা 'এক্‌জিকিউটিভ' প'ষ্টত থকা বিচাৰিব।

"কোনে কি বিচাৰে সেইটো কথা নহয়।" এইবাৰ ঝৰ্ণাই ক'লে, "কলেজ টিচাৰ এজনতকৈ মোৰ মা আৰু ককাইদেৱে মেট্ৰিক পাচ ইউৰোপিয়ান গাৰ্ডেনৰ এচিষ্টেণ্ট্ মেনেজাৰ এজনকহে হয়তো 'প্ৰিফাৰ' কৰিব। কিন্তু মোৰ প্ৰশ্নটো হৈছে তুমি কি চাকৰি কৰি ভাল পাবা?"

"ইউ আৰ্ ৰাইট্" —মই কলোঁ, "তুমি সঁচা কথা কৈছা। তোমালোক হৈছা আজিৰ সমাজৰ নতুন পুৰুষ, পুৰণি সমাজ, পুৰণি উৱলি যোৱা মূল্যবোধ ভাঙি সৃষ্টি কৰিব লাগিব নতুন সমাজ। তোমালোকে যদি পুৰণি মধ্যবিত্ত মূল্যবোধৰ ওচৰত বশ্যতা স্বীকাৰ কৰা, নিজে 'কম্‌প্ৰমাইজ' কৰা, তাতোকৈ তোমাৰ উচ্চশিক্ষাৰ এক 'ট্ৰেজিক' পৰিণতি আৰু একো নহ'ব। তোমালোকে সমাজত সৃষ্টি কৰিব পাৰিব লাগিব এক নতুন মূল্যবোধ। তোমাৰ নিচিনা এজন শিক্ষিত 'অনেষ্ট ইওথ্'ৰ কাৰণে ঝৰ্ণাইতৰ পৰিয়ালৰ মূল্যবোধৰ লগত কেৰ মৰা প্ৰতিযোগিতা কৰাৰ কোনো প্ৰশ্ন উঠিব নোৱাৰে। ই একেবাৰে যুক্তিহীন ।

: তুমি ঠিকেই কৈছা। এইবাৰ ঝৰ্ণাই ক'লে, "কিছুমান কথা মোৰো কেতিয়াবা ঠিক সুবুজাৰ দৰে লাগে···। মোৰ দেউতা, মোৰ ককাদেউতাইঁত তথাকথিত সম্ভ্ৰান্ত পৰিয়ালৰ মানুহ আছিল। মনত আছে তেওঁলোকৰ দিনত সমাজৰ নিম্নস্তৰৰ মানুহ আমাৰ ঘৰলৈ আহিলে ঢুখৰি পীৰা এখনো নাপাইছিল···। সমাজৰ পৰিবৰ্তন হ'ল, তেওঁলোকৰ পৰিয়ালৰ বহু মানুহ পঢ়া-শুনা কৰি ভাল চাকৰিত সোমাল, সমাজত স্থান পালে, মই ভাবিছিলোঁ সেই মানুহবোৰে এদিন আমাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিব। তেওঁলোকে সমাজত পুৰণি মূল্যবোধ ভাঙি নতুন মূল্যবোধৰ সৃষ্টি কৰিব, কিন্তু ক'তা, তেওঁলোকে মাথোঁ প্ৰতিযোগিতা চলালে মোৰ দেউতা, মোৰ ককাদেউতাৰ স্তৰলৈ উঠিবলৈ; তেওঁলোকে আজি যি জীৱন যাপন কৰিছে সেই

জীৱনৰ লগত মোৰ দেউতা নাইবা মোৰ ককাদেউতাৰ জীৱনৰ কোনো পাৰ্থক্য নাই ··

"তুমি যিবোৰ মানুহৰ কথা কৈছা"—মই কলোঁ, "সেইবোৰ জানা ঝৰ্ণা ? তোমাৰ ককাদেউতাৰ দিনৰ মহৰী নাইবা তোমালোকৰ কোনো বাগিচাত কাম কৰা ৰৰকেৰাণীজন, এদিন হয়তো তেওঁলোকে তোমালোকৰ ঘৰলৈ আহিলে বহিবলৈ চকী এখন নাপাইছিল···এই বুৰ্জোৱা, নাইবা পেটি-বুৰ্জোৱা শ্ৰেণীটোৱে পৃথিৱীত কেতিয়াও বিদ্ৰোহ কৰা নাই, কৰিব নোৱাৰেও। মই, ঋত্বিক আনকি বৰ্তমান তুমিও ঠিক একে শ্ৰেণীভুক্ত মানুহ। এতেকে আমিও বিদ্ৰোহ কৰিব নোৱাৰোঁ; কিন্তু আমি কৰিব পৰা এটা কামেই আছে, সেইটো হ'ল আমি বুৰ্জোৱা মূল্যবোধৰ ওচৰত যিমানদূৰ পৰা যায় আত্মসমৰ্পণ নকৰি উত্তৰ পুৰুষৰ কাৰণে এটা নতুন বাট দেখুৱাই যোৱা···এইবোৰ কথা মোতকৈ বা তোমাতকৈ বেছি ভালকৈ জানিব ঋত্বিকে; কাৰণ তেওঁ অৰ্থনীতিৰ এজন কৃতী ছাত্ৰ···।"

: কৃতী ছাত্ৰ বুলি কৈ মোক লাজ দিয়ে কিয় ?—এইবাৰ ঋত্বিকে ক'লে, "পৰীক্ষাত ফাৰ্ষ্ট ক্লাছ পাবৰ কাৰণে এইবোৰ কথা জনা নাইবা বুজাৰ একো প্ৰয়োজন নকৰে। মই অন্ততঃ এনেবোৰ কথাত আপোনাৰ লগত মোৰ প্ৰথম শ্ৰেণী ডিগ্ৰীটোৰে প্ৰতিযোগিতা কৰা ভুল হ'ব ··।"

ঋত্বিকৰ কথাত মই আৰু ঝৰ্ণাই সশব্দে হাঁহি দিলোঁ।

ইয়াৰ দুদিনৰ পিছত মই পঙ্কজক অকলে গৈ লগ ধৰিছিলোঁ। কেইবা সপ্তাহো ইয়াৰ আগতে মোৰ লগত পঙ্কজৰ দেখা-সাক্ষাৎ হোৱা নাছিল। সেইবাৰে মোক দেখাৰ লগে লগে সি ক'লে, "কি অ', তোৰ দেখোন আজিকালি দেখা-দেখি নোহোৱা হ'ল ?"···

: নাই, অলপ কাগজৰ কামত ব্যস্ত হৈ আছিলোঁ।

: আফ্‌টাৰ অ'ল্ ঝৰ্ণা পাছ কৰাৰ খবৰ পাইতো ভই আহিব লাগিছিল। মায়ে ভই নহা কাৰণে বেয়া পাইছে···।

: আক ঝৰ্ণাই··· ?

: জানো, তাইকতো একো ধৰিব নোৱাৰি। তাই আমাৰ ৰবৰ্থনৰ্ কাৰণে এক 'মিষ্ট্ৰী'। কাৰোবাক ভাল পালেও একো বুজিব নোৱাৰি আক বেয়া পালেও বুজিব নোৱাৰি।

পঙ্কজৰ কথাত মই হাঁহিলোঁ আৰু কলোঁ: মই এই ৰহস্য উদ্ঘাটন কৰাতে ব্যস্ত হৈ আছিলোঁ। বাৰু; ঝৰ্ণাই মোক লগ পোৱাৰ কথা একো কোৱা নাই··· ?

: ক'তা ?—এইবাৰ পঙ্কজে অলপ আচৰিত হৈ ক'লে, "তাইতো একো কোৱা নাই··· ।"

: উই চিলেব্ৰেটেদ্ দ্য বিজাপ্ট্ উইথ্ হাৰ ফেভৰাইট্ চাইনীজ্ ডীচ্ এট্ পাণবজাৰ।

: হোয়াট্ ?

: কিয়, কি কৈছোঁ শুনা নাই ?

: উইথ্ হুম্ ?

: উইথ্ ঝৰ্ণা এণ্ড হাৰ্ বয় ফ্ৰেণ্ড্।

: বয় ফ্ৰেণ্ড্ ? হু'জ বয় ফ্ৰেণ্ড্ ?

এইবাৰ মই সশব্দে হাঁহি দিলোঁ। তাৰ পিছত কলোঁ: মই কি কলোঁ শুনা নাই নেকি ? ইংৰাজীত যদি বুজা নাই, অসমীয়াতে কওঁ শুন! আমি—মানে মই, ঝৰ্ণা আৰু ঝৰ্ণাৰ বয় ফ্ৰেণ্ড্ শ্ৰীমান ঋত্বিক বৰুৱাৰ লগত একেলগে চাউ চাউ খাই···

: হু ইজ্ দেট্ বাষ্টাৰ্ড্ ?

: বাষ্টাৰ্ড্ ? তই চিনি পাব নেকি, পঙ্কজ ?

: মই চিনি পালে তোক সোধোঁ নেকি ?

: চিনি নাপাব যদি তই কাৰোবাৰ অবৈধ সন্তান বুলি জানিলি কেনেকৈ ?

প্ৰশ্নটো কৰি মই আকৌ এবাৰ সশব্দে হাঁহি দিলোঁ। মই মন কৰিলোঁ পঙ্কজ যেন লাহে লাহে কিছু গম্ভীৰ হৈ গৈছে।

কিছু সময় মোৰ মুখলৈ একান্ত মনে চাই থকা দেখি মই সুধিলোঁ—

: কি হ'ল, এনেদৰে কি চাইছ ?

: তই খেমালি কৰা নাইতো, 'আৰ্ ইউ চিৰিয়াচ্' ?

: মই খেমালি কৰা নাই পঙ্কজ !—এইবাৰ কৌতুক বাদ দি মই সঁচাকৈয়ে 'চিৰিয়াচ্‌লি' ডাক কলোঁ, "তই 'আনৱাণ্টেড্ চীন্' কিছুমান সৃষ্টি কৰি পেলাব বুলি মই ইমানদিনে তোক একো কোৱা নাছিলোঁ, মই ভাবিছিলোঁ ঝৰ্ণাই এম্. এ-টো পাচ কৰক, তাৰ পিছত ক'ম। এইবাৰ যে ইক'নমিক্‌চ্‌ত ফাৰ্ষ্ট ক্লাছ পাইছে ঋত্বিক বৰুৱা, —কাগজত ফটো ওলাইছে, তই দেখিছ কিজানি! 'ঝৰ্ণা ইজ্ চিৰিয়াচ্‌লি ইন্ লাভ্ উইথ্ হিম্'। মই ল'বাজনক লগ পাইছোঁ।। 'এ প্ৰমিজিং ব্ৰাইট্ ইয়ং বয়, উই ছুড্ কংগ্ৰেচুলেট্ ঝৰ্ণা ফৰ্ হাৰ চিলেক্‌চন।"

পঙ্কজক 'ইমপ্ৰেচ্' কৰিবৰ কাৰণে মই প্ৰয়োজনতকৈ অলপ বেছি কথা কলোঁ। যদিও পঙ্কজৰ মনটো ঠিক ফৰকাল হোৱা যেন নালাগিল। কিছু সময় নীৰৱে থাকি সি ক'লে, "পৰীক্ষাত ফাৰ্ষ্ট্ ক্লাছ পালে নাইবা দেখাত ধুনীয়া হ'লেইতো নহ'ব ; বংশ-পৰিয়াল 'কেমেলী বেক গ্ৰাউণ্ড' এইবোৰ তই কি জান যে ইমান চাৰ্টিফিকেট দিছ ? তাৰোপৰি প্ৰেমত পৰি বিয়া হোৱা কথাবাৰ আমাৰ পৰিয়ালৰ কাৰণে কিমান ভাঙৰ ঘটনা, সেই কথাবাৰকে তই বুজিবৰ যত্ন কৰা নাই কিয় ?"

: মই সকলো বুজিছোঁ পঙ্কজ! ঝৰ্ণা প্ৰেমত পৰা কথাবাৰ পৃথিৱীত একো নোহোৱা-নোপজা কথা হোৱা নাই। আৰু তই যিটো পৰিয়ালৰ কথা কৈছ, সেইটো পৰিয়ালৰ অতীত আছিল, বৰ্তমান নাই, কিন্তু ঝৰ্ণা তইঁতৰ কাৰণে বৰ্তমান নহয়, ভৱিষ্যতৰ প্ৰতীক, 'এ চীম্বল্ অব্ দ্য ফিউচাৰ' তোৰ ঘৰৰ সুউচ্চ দেৱালে জানো তাইক বাধা দিব বা বন্দী কৰি ৰাখিব পাৰিব পঙ্কজ ?

: তোৰ কথাবোৰ মই ঠিক বুজিব নোৱাৰোঁ। ভৱিষ্যতৰ কথা মই নাজানো। মই বৰ্তমানৰ কথা কৈছোঁ আৰু অতীতৰ স্মৃতি মোৰ আছে।...বাৰু, এইবোৰ যি নহওক তই অন্ততঃ মোৰ পৰা চাকি ৰাখিব নালাগিছিল; ছোৱালী এজনীৰ বদনাম ওলাবলৈ বেছি সময় নালাগে। বদনাম হ'লে মোৰ দেউতাৰ হ'ব, মাৰ হ'ব, মোৰ হ'ব —তোৰতো নহয়...।

: মই চাকি ৰখাৰ কাৰণে তই মোক দোষ দিব পাৰ, কিন্তু 'টু বি ভেৰি ফ্ৰেংক'—মই ঝৰ্ণা নাইবা ঋত্বিকৰ পঢ়া-শুনাত যাতে কোনো ধৰণৰ বাধা নপৰে, সেই কথাষাৰ ভাবিয়েই তইঁতক একো নকলোঁ, তাবোপৰি ল'ৰাটো এনে একো বেয়া ল'ৰা নহয় যে তইঁতে চিন্তা কৰিব লাগিব...।

: বাৰু, ঝৰ্ণাক মই সোধোঁ, মাকো কওঁ, ইয়াৰ পিছত কি হয় ভাবি চাব লাগিব, ইতিমধ্যে তই যদি পাৰ ল'ৰাটোৰ পৰিয়ালটোৰ কথা মোক কিছু জানিবলৈ দিবি।

সেইদিনা পঙ্কজৰ মাকৰ লগত কথা নপতাকৈ মই গুচি আহিছিলোঁ। মোৰ কথাখিনিয়ে পঙ্কজক ইমান বিব্ৰত কৰি পেলাইছিল যে সি মাকক মই অহাৰ খবৰ নাইবা ঝৰ্ণাক মাতি মোলৈ চাহ একাপ আনিবলৈ কোৱাৰ সৌজন্যতাখিনিও সি পাহৰি গৈছিল।

ইয়াৰ এসপ্তাহৰ পিছতে হঠাতে ঝৰ্ণাই মোৰ অফিচলৈ ফ'ন কৰিলে। ফ'নত বিশেষ একো নক'লে যদিও মই বুজিলোঁ তাই কিছু বিব্ৰত হৈছে। তাই মোক পিছদিনা দুপৰীয়া পাণবজাৰলৈ মাতিলে আৰু তাতে সকলো ক'ব বুলি জনালে।

পিছদিনা নিৰ্দিষ্ট সময়ত মই গৈ পাণবজাৰৰ নিৰ্দিষ্ট ৰেষ্টুৰাঁখন পালোঁগৈ। বহি লৈ একাপ কফিৰ অৰ্ডাৰ দি মই বাট চাইছিলোঁ ঝৰ্ণালৈ। ঠিক এনে সময়তে ঋত্বিক আহি ওলাইছিল। ঋত্বিককো কিছু বিব্ৰত হোৱা যেন দেখিছিলোঁ। সিও যেন খুউব চিন্তাত পৰিছিল।

ঋত্বিকৰ কাৰণেও একাপ কফিৰ অৰ্ডাৰ দি মই বাট চাইছিলোঁ ঝৰ্ণা অহালৈ। ঋত্বিকক মই এই বিষয়ে একো কথা সুঁসুঁৰি ক্ৰিকেটৰ কথা পাতিছিলোঁ, ৰাজনীতি আলোচনা কৰিছিলোঁ। মই মন কৰিছিলোঁ ঋত্বিকে যেন কথাবোৰৰ একোটা চমু উত্তৰ দিয়াৰ বাহিৰে আলোচনাত একেবাৰে ভাগ ল'ব পৰা নাছিল।

ইতিমধ্যে নিৰ্দিষ্ট সময়তকৈ প্ৰায় পঞ্চলিশ মিনিট পাৰ হ'ল, তথাপি ঝৰ্ণাৰ দেখা-দেখি নাই। ঝৰ্ণাই দেৰি কৰা দেখি ময়ো কিছু চিন্তাত পৰিছিলোঁ। তথাপি মই একো উদগ্ৰীৱতা প্ৰকাশ কৰা নাছিলোঁ। মন কৰিছিলোঁ ঋত্বিকৰ চকুৱে-মুখে এক উৎকণ্ঠা প্ৰকাশ পাইছে।

এনেতে ৰেষ্টুৰাঁৰ ফ'নটো বাজি উঠিল। মই মন কৰিলোঁ মেনেজাৰজনে ফ'নটোত কথাখিনি শুনি এবাৰ ৰেষ্টুৰাত বহি থকা 'কাষ্টমাৰ'খিনিলৈ চাইছে। মেনেজাৰজন মোৰ চিনাকি, মোৰ চকুৱে চকুৱে পৰাৰ লগে লগে মোলৈ চাই ক'লে, "আপোনাৰ ফ'ন।"

'মোৰ ফ'ন' বুলি কোৱাৰ লগে লগে মই বৰ আচৰিত হলোঁ। কাৰণ, একমাত্ৰ ঝৰ্ণাৰ বাহিৰে মই এই সময়ত ইয়াত থকাৰ কথা কোনেও নাজানে। মই ভাবিলোঁ কোনো কাৰণত ঝৰ্ণা নিশ্চয় আটক হৈ পৰিছে। সেইবাবে ফ'ন কৰি মোক কথাষাৰ জনাই দিব বিচাৰিছে।

কিন্তু মোক আটাইতকৈ আচৰিত কৰি ফ'নটোৰ সিটো মূৰৰ-পৰা যিজনে কথা ক'লে, সেয়া ঝৰ্ণা নহয়—পঙ্কজহে।

: তই এনে ধৰণেৰে বিশ্বাসঘাতকতা কৰিবি বুলি মই ভৱা নাছিলোঁ, এটা সামান্য মহৰীৰ ঘৰৰ ল'ৰাৰ লগত তই ঝৰ্ণাক বিয়া দিয়াৰ কথা কেনেদৰে ভাবিলি মই নাজানো। আজিৰ ঘটনাটোৱে প্ৰমাণ কৰিছে, ইয়াৰ গুৰিতে সকলো তই। তোৰ কি স্বাৰ্থ নাজানো, মই আশা ৰাখিছোঁ তই আজিৰপৰা ঝৰ্ণাৰ লগত সংশ্ৰৱ নাৰাখিবি

আৰু সেই দ'বাটোক কৈ দিবি ভৱিষ্যতে ঝৰ্ণাৰ লগা কোনো সম্বন্ধ ৰাখিব খুজিলে কথা বেয়া হ'ব।"

মোৰ মুখৰপৰা কোনো উত্তৰ শুনাৰ আগতেই পঙ্কজে ঘপ্‌ কৰে ফ'নটো থৈ দিলে।

স্বাভাৱিক হ'বৰ চেষ্টা কৰিছিলোঁ যদিও মোৰ মুখখনৰ কিছু পৰিবৰ্তন হৈছিল, সেই পৰিবৰ্তন ঋত্বিকেও লক্ষ্য কৰিছিল।

সেইবাবে অলপ উত্তেজিত হৈয়ে ঋত্বিকে মোক প্ৰশ্ন কৰিলে, "দাদা কি হ'ল? কোনো দুঃসংবাদ?"

"অ' দুঃসংবাদেই ক'ব পাৰা"—মই অলপ আগতকৈ স্বাভাৱিক হ'বলৈ চেষ্টা কৰি কলোঁ, "পিছে চিন্তা কৰিব লগা কোনো কাৰণ নাই। হঠাতে ঝৰ্ণাৰ মাকৰ পুৰাৰপৰা জ্বৰ উঠিছে, এতেকে এনে অৱস্থাত ঝৰ্ণা অহা সম্ভৱপৰ নহ'ল। সেই খবৰটোকে ঝৰ্ণাই মোক জনালে। বাৰু চিন্তা নকৰিবা, মই এতিয়া ঝৰ্ণাহঁতৰ ঘৰলৈ যাম, লাগিলে বাৰু মোক তুমি লগ ধৰিবা।"

ঋত্বিকক বিদায় দি মই পঙ্কজহঁতৰ ঘৰলৈ গৈছিলোঁ।

মই যোৱা বুলি শুনি অন্য দিনাৰ দৰে এইবাৰ পঙ্কজ নাইবা পঙ্কজৰ মাক ওলাই নাহিল। কিন্তু ঝৰ্ণা অহাৰ লগে লগে ঘপ্‌ কৰে পঙ্কজ বহা কোঠাটোলৈ সোমাই আহি ক'লে, "ঝৰ্ণা, তই ভিতৰলৈ যা, আমাৰ অলপ প্ৰাইভেট কথা আছে।"

ঝৰ্ণাই এবাৰ আমাৰ দুয়োৰে মুখলৈ চালে আৰু কোনো শব্দ নকৰাকৈ কোঠাটোৰপৰা ওলাই গ'ল।

ঝৰ্ণা কোঠাটোৰপৰা ওলাই যোৱাৰ লগে লগে পঙ্কজে মোক ক'লে, "তই কে'লৈ আহিলি? তোক মোৰ ক'ব লগা কথাখিনি কৈছোঁৱেই···।"

"ব'বি!"—পঙ্কজক মই বাধা দি কলোঁ, "মই নিজকে ডিফেণ্ড্ কৰিব নিবিচাৰোঁ, কিন্তু মই নাইবা ঝৰ্ণাই কি ইমান ডাঙৰ অপৰাধ কৰিলোঁ যে তই আমাৰ লগত এনেদৰে ব্যৱহাৰ কৰিছ? তাৰোপৰি

ঋত্বিকৰ নিচিনা এটা উচ্চ শিক্ষিত ল'ৰাক তই সামান্য মহৰীৰ ঘৰৰ ল'ৰা বুলি গালি পৰাৰ কি অধিকাৰ আছে ?”

“মই ইতিমধ্যে সেই ল'ৰাটোৰ বংশ-পৰিয়ালৰ ইতিবৃত্ত আৱিষ্কাৰ কৰিছোঁ, তই জান তাৰ ককাক আছিল মাৰ দেউতাক মানে মোৰ ককাৰ ঘৰৰ এটা সামান্য মহৰী।”

: কিন্তু পঙ্কজ, ইকালে চা, তাৰ দেউতাক কিন্তু এটা সামান্য মহৰী নাছিল, তেওঁ আছিল এজন শিক্ষিত চৰকাৰী উচ্চ বিষয়া। ঋত্বিকৰ এজন ককায়েক বিশ্ববিদ্যালয়ৰ অধ্যাপক, সুখ্যাতিৰে বিদেশত পি-এইচ্-ডি লৈ আহিছে।

: হ'ব পাৰে। আজিকালি চৰকাৰী বিষয়া কিয়, মন্ত্ৰীও হ'ব পাৰে। কিন্তু, আমাৰ এটা বংশৰ ঐতিহ্য আছে ; সেই ঐতিহ্যক মই বা মা জীয়াই থকালৈকে ভৰিৰে মোহাৰি পেলাব নোৱাৰ।

: কিন্তু পঙ্কজ, তই ঝৰ্ণা আৰু ঋত্বিকৰ 'ভৱিষ্যতটোৰ কথা নাভাব কিয় ? তই তাৰ নেকি ঝৰ্ণাক অন্য এটা ল'ৰাৰ লগত বিয়া দিলে তাই সুখী হ'ব পাৰিব ? তাইৰ যদি জীৱনটো অসুখী হয়···

: সেইটো ককায়েক হিচাপে মই ভাবিম, তই ভাবিবলৈ প্ৰয়োজন নকৰে। তাৰোপৰি তোৰ ইয়াত স্বাৰ্থ কি ?···মোৰে ভুল হ'ল, বন্ধু হিচাপে তোক মই, আমাৰ ঘৰখনে বেছি প্ৰশ্ৰয় দিলোঁ। তই সেই প্ৰশ্ৰয়ৰ সুবিধা নোলোৱা হ'লে ঝৰ্ণা ইমান দূৰলৈ আগবাঢ়িবলৈ সুবিধা নাপালেহেঁতেন।

: তুমি লোকক কিয় দোষ দিছা দাদা ?—হঠাৎ ঝৰ্ণাৰ মাতটোত আমি ঘূৰি চালোঁ। কোঠাটোলৈ সোমাই আহি গহীন হৈ তাই ক'লে, “ঋত্বিকক বিয়া কৰাৰ বিচাৰটো মোৰ সিদ্ধান্ত। ইয়াত কোনো তৃতীয় ব্যক্তিৰ হাত নাই।” হঠাতে মোৰ ফালে চাই ক'লে, “তোমাৰ এজন অন্তৰঙ্গ বন্ধুৱে এনেদৰে কোৱাৰ পিছত সেইখন ঘৰলৈ তুমি অহাটো মই নিবিচাৰোঁ, নিজৰ পথ বাছি ল'ব পৰাকৈ সাহস আৰু উপযুক্ততা মোৰ আছে। 'ঋত্বিকক যদি লগ পোৱা ক'বা, মোৰ ঋত্বিকৰ

লগতে বিয়া হ'ব, আঁচল লগত নহয়। এইখন ঘৰে মহৰীৰ ল'ৰা বুলি যদি ঋষিকক গ্ৰহণ কৰিব নোৱাৰে, নালাগে। এইলোকে বিয়া পাতি নিদিলেও মই মোৰ বিয়াৰ ব্যৱস্থা নিজেই কৰিব পাৰিম।"

"ঝৰ্ণা!"—খঙেৰে পঙ্কজে চিঞৰি উঠিল।

"তুমি যোৱা ঝৰ্ণা"—মই কলোঁ, "তুমি অধৈৰ্য্য নহ'বা, পঙ্কজে মোক কোৱা কথাখিনিৰ কাৰণে তুমি ক্ষুন্ন হোৱাৰো প্ৰয়োজন নকৰে। বন্ধু হিচাপে তাৰ সেইকণ কোৱাৰ অধিকাৰ আছে।"

এনেতে ঝৰ্ণাৰ মাক সোমাই আহি হুকহুকাই কান্দিবলৈ আৰম্ভ কৰি দিলে।

"আপোনাৰ কি হৈছে মাহীদেউ"—মই তেখেতৰ কাষ চাপি গৈ কলোঁ, "ইমানকৈ কান্দিছে কিয়?"

"কিয় কান্দিছোঁ সুধিবলৈ আহিছা?"—চাদৰৰ আঁচলেৰে চকু-কেইটা মোহাৰি মোহাৰি ঝৰ্ণাৰ মাকে ক'বলৈ আৰম্ভ কৰিলে, "বাগিচা গ'ল, ধন-সম্পত্তি গ'ল, সকলো যোৱাৰ পিছতো মই কোনো দিনে কন্দা নাছিলোঁ। ছুবৰাৰ ঘৰৰ বোৱাৰী বুলি ইহঁতৰ দেউতাকৰ মৃত্যুৰ পিছতো কোনেও এবাৰ কথা ক'বলৈ সাহস কৰিব পৰা নাছিল। কিন্তু আজি ঝৰ্ণাৰ যদি মোৰ দেউতাৰ ঘৰৰ মহৰীৰ নাতিয়েকৰ লগত বিয়া হয়, মই মুখ দেখুৱাম কেনেকৈ? নিজেই দেখিছিলোঁ, সেই ল'ৰাটোৰ ককাক আমাৰ ঘৰৰ এটা সামান্য চাকৰ আছিল। বুদ্ধি-বৃত্তি ভাল দেখি তাকে দেউতাই মহৰী কৰি লৈছিল। তাৰ ল'ৰাটোক সি পঢ়ুৱাইছিল বাবে দেউতাই কৈছিল, 'হেৰৌ, মহৰীৰ ল'ৰাই পঢ়া-শুনা কৰি কিনো কৰিব? মহৰীৰ ল'ৰা কি হাকিমটো হ'বগৈ?' বুঢ়িহঁতৰ দিনেই ভাল আছিল। যিমানেই নপঢ়ক বংশ-পৰিয়াল চাইহে চৰকাৰী চাকৰি দিছিল। এতিয়া সেইটো ল'ৰাৰে পুতেকে গৈ ঝৰ্ণাৰ লগত একেলগে বিশ্ববিদ্যালয়ত পঢ়া বুলি জনা হ'লে মই তাইক পঢ়িবই নিদিলোহেঁতেন। তাৰ ককাকে আমাৰ ঘৰলৈ আহিলে ঢুখনি পীৰা এখনো নাপাইছিল।"

"চাওক মাহীদেউ"—মই বুজাবৰ চেষ্টা কৰি কৈছিলোঁ, "ঋত্বিকৰ দেউতাকক ভাব ককাকে যেতিয়া স্কুলত নাম লগাই দিছিল, তেতিয়া আপোনাৰ ককাদেউতাকে কৈছিল 'পঢ়া-শুনা কৰাই কি হ'ব।' মহৰীৰ ল'ৰা মহৰী নহৈ হাকিম হ'ল, তেওঁৰে ল'ৰা বিশ্ববিদ্যালয়ৰ অধ্যাপক হৈছে। ঋত্বিকেও সুখ্যাতিৰে এম. এ. পাচ কৰিছে। সিও এটা ভাল চাকৰি পাব। এতেকে পৃথিৱীখনৰ কিমান পৰিৱৰ্ত্তন হৈছে দেখিছেই। সময়ৰ লগত আমি সকলো আগবাঢ়িব লাগিব, আপুনি আপোনাৰ ককাদেউতাৰ দিনতে বৈ থাকিলে কেনেকৈ হ'ব ? ঋত্বিকৰ ককাকহে মহৰী আছিল, সিতো মহৰী নহয়।"

: তুমি মোক একো কথা ন'কবা।—এইবাৰ ঝৰ্ণাৰ মাক গৰ্জি উঠিল, "তুমিয়েই এইক নষ্ট কৰিলা! নিজৰ ল'ৰাৰ দৰে তোমাক মই গ্ৰহণ কৰিছিলোঁ; ভাবোঁ ভাল মানুহৰ ল'ৰা। গাখীৰ খুৱাই সাপ পোহা বুলি মই কাহানিও ভবা নাছিলোঁ।"

ইয়াৰ পিছত আৰু বহু তৰ্কাতৰ্কি হৈছিল। যুক্তিৰে, ধৈৰ্য্যেৰে, অধিক শান্তভাৱে মই পঙ্কজৰ মাকক বুজাবলৈ চেষ্টা কৰিছিলোঁ। কিন্তু একো ফল নধৰিল।

পৰাজয়ৰ ব্যৰ্থতাৰে মই সেইদিনা পঙ্কজহঁতৰ ঘৰৰপৰা যেতিয়া ওলাই আহিছিলোঁ, সেইদিনা মই অনুভৱ কৰিছিলোঁ মোৰ কাৰণে চিৰদিনৰ বাবে পঙ্কজহঁতৰ ঘৰৰ দুৱাৰ বন্ধ হৈ গৈছে।

মই হতাশ হোৱা নাছিলোঁ।

মই হৈছিলোঁ দৃঢ় প্ৰতিজ্ঞ।

সন্ধিয়া ঋত্বিক মোৰ ওচৰলৈ আহিছিল। কোনো কথা লুকুৱাই নাৰাখি মই সকলোবোৰ কথাই ঋত্বিকক জনাই দিছিলোঁ।

ইয়াৰ পিছত চিন্তা কৰিছিলোঁ ভৱিষ্যতৰ কাৰ্য্যপন্থা।

ঋত্বিক কিছু হতাশ আৰু বিমূঢ় হৈ পৰিছিল। মই কিন্তু তাক হতাশ হ'বলৈ নিদি তাৰ মনোবল ঘুৰাই অনাৰ চেষ্টা কৰিছিলোঁ।

ইয়াৰ পিছত মোৰ অনুৰোধমতেই ঋত্বিক পঙ্কজহঁতৰ ঘৰলৈ

গৈছিল। পঙ্কজে তাৰ সোনো [illegible] জুগুনাকৈ 'তাক অপমান কৰি ঘৰৰপৰা উলিয়াই দিছিল।

ঝৰ্ণাক ইয়াৰ পিছত বিয়া দিবলৈ পঙ্কজইতে উঠি-পৰি লাগিছিল। বহুত চেষ্টা কৰিছিল। কিন্তু ঝৰ্ণাক কোনো ৰকমেই মান্তি হবৰ নোৱাৰিছিল। তাই দৃঢ় প্ৰতিজ্ঞ।

ইতিমধ্যে হঠাতে এদিন অৰ্পণা আহি আঁমাৰ দলত যোগ দিছিল। পোনপটীয়াভাৱে আমাক, মানে ঋত্বিক আৰু মোৰ আগত তাই ক'লে, "আপোনালোকে ইমান ভাবি-গুণি আছে কিয়? ভাবিবলৈ কিটো আছে, সোনকালে 'ৰেজিষ্ট্ৰেচন' কৰি বিয়াখন পাতি পেলাওক, ঝৰ্ণাক তাইৰ ককায়েকে বান্ধি ৰাখিব পাৰিব নে?"

ঝৰ্ণাৰ স্কুলীয়া জীৱনৰে বান্ধৱী অৰ্পণাৰ এনে দৃঢ় কথাত মই আচৰিত হৈ তাইলৈ চাই কৈছিলোঁ, "কিন্তু সেয়া জানো ভাল কথা হ'ব অৰ্পণা?"

"ভাল-বেয়া মই নাজানো"—অৰ্পণাই একে দৃঢ়ভাৱে ক'লে, "মই হোৱা হ'লে তাকে কৰিলোহেঁতেন।

"কিন্তু ঝৰ্ণাৰ জানো সিমানখিনি মানসিক দৃঢ়তা আছে?"

"আপোনালোকে ছোৱালীৰ কথা একো নাজানে"—অৰ্পণাই ক'লে, "সেই ভাৰ মোৰ ওপৰত এৰি দিয়ক। মোৰ মামাক কৈ, আমাৰ ঘৰতে কামটো কৰি পেলাম।"

"তোমাৰ ঘৰত কৰিলে......"

মোৰ কথা শেষ নহ'ল। মোৰ মুখত সন্দেহৰ ভাৱটো প্ৰকাশ হোৱা দেখিয়েই তাই মুখখন বিকটাই যিদৰে মোৰ কথা উৰাই দিলে, মই বাক্যটো শেষ কৰিবলৈকে সাহস কৰিব নোৱাৰিলোঁ।

: আপোনালোকৰ নিচিনা বুদ্ধিজীৱীবোৰে নিজকে হেমলেট্ বুলি ভাবি ভাল পায়, অনবৰতে 'টু বি অৰ্ নট্ টু বি' ভাৱ এটা 'প্ৰিটেণ্ড্' কৰি থাকে, যাতে আপোনালোকৰ কাপুৰুষালিখিনি আনৰ চকুত ধৰা নপৰে। আমাৰ সেইচৰ নাই। তাৰ পিছত ঋত্বিকৰ

কালে চাই ক'লে, "বকবা কওঁক! যদি আপুনি সাজু আছে মই সকলো ঠিক কৰোঁ, যদি সাহস নাই, 'ইউ গিভ্ আপ্ দ্য হ'ল আইডিয়া'।"

অৰ্পণাৰ এনে প্ৰশ্নৰ উত্তৰ দিয়া সেইদিনা ঋত্বিক আৰু মোৰ দুয়োৰে কাৰণে কঠিন হৈছিল। তথাপি আমাৰ কাপুৰুষালিকণ অন্ততঃ অৰ্পণাৰ সন্মুখত দেখুৱাবলৈ আমি সাহস কৰিব পৰা নাছিলোঁ।

অৱশেষত আমি দ্ৰুতগতিত অতি গোপনে ঝৰ্ণাৰ বিয়াৰ আয়োজন কৰিব লগা হৈছিল। অৱশ্যে ইয়াৰ পিছৰ প্ৰায়বোৰ কাম অৰ্পণায়ে কৰিছিল। কাৰণ ঝৰ্ণাৰ লগত ইয়াৰ পিছত আমাৰ আৰু দেখা-দেখি নোহোৱা হৈ পৰিছিল।

অৱশেষত সেই দুঃসাহসিক দিনটো আহি উপস্থিত হ'ল।

ঋত্বিক, অৰ্পণাৰ মোমায়েক—যিজন মেজিষ্ট্ৰেটে এই বিয়াৰ পৌৰোহিত্য কৰিব, অৰ্পণাৰ দুগৰাকী অন্তৰঙ্গ বান্ধৱী, ঋত্বিকৰ দুজন ঘনিষ্ঠ বন্ধু আৰু এজন সম্পৰ্কীয় ককায়েক আৰু নবৌয়েক আৰু মই—সকলো আহি যথাসময়ত উপস্থিত হলোঁহি।

ঋত্বিকৰ ঘৰত ঝৰ্ণাক বিয়া কৰোৱাত সম্মতি থাকিলেও কোনো অহা নাছিল। তেওঁলোক সকলোৱে নতুন দৰা-কইনাক আদৰিবলৈ ঘৰতে অপেক্ষা কৰিছিল। এনেদৰে পতা বিয়াক তেওঁলোকে আন্তৰিকভাবে গ্ৰহণ কৰিব পৰা নাছিল। তেওঁলোক কিছু আহত হৈছিল, অপমানিত হৈছিল।

এই সকলো গোট খালে যদিও এই বিবাহৰ সকলো আয়োজন কৰা অৰ্পণাৰ দেখা-দেখি নাই। ঝৰ্ণাক আনিবলৈ যাওঁ বুলি ওলাই যোৱাৰ যথেষ্ট সময় হ'ল। ঝৰ্ণা নাইবা অৰ্পণা কাৰো দেখা-দেখি নাই।

এক নতুন বিপদৰ সম্ভাৱনাই আমাক উদ্বিগ্ন কৰি তুলিলে। একো প্ৰশ্ন নকৰিলেও আমি সকলোৱে বাবেপতি হাতৰ ঘড়ীবোৰলৈ চাই বিহ্বল হৈ পৰিছিলোঁ।

এনেছে দেখিলো পঙ্কজৰ গাড়ী ৰাহি প'লাহিৰ বকম সন্মুখত বৈ গ'ল।

পঙ্কজৰ গাড়ীখন দেখি মোৰ বুকুখন এক অজান আশঙ্কাত কঁপি উঠিল। এক সম্ভাব্য বিপদে আমাৰ সকলোকে আৱৰি ধৰিলে।

কিন্তু খন্তেক পিছতেই মই ভয় খোৱাতকৈ হলোঁ অ'পাইতকৈ আচৰিত। কাৰণ গাড়ীখনৰপৰা পঙ্কজৰ লগত নামি আহিছিল স্বৰ্ণা আৰু অৰ্পণা। দূৰৰপৰা পঙ্কজৰ চকু-মুখত বিপদৰ কোনো সম্ভাৱনা নেদেখি মই একো বুজিব নোৱাৰা হলোঁ। পঙ্কজো বেছ আনন্দ মনেৰে অৰ্পণাহঁতৰ লগত সোমাই আহিল।

ঘৰৰ ভিতৰত সোমায়ে ইমানবোৰ মানুহ, বিশেষকৈ মোক আৰু ঋষিকক দেখি পঙ্কজ উচাপ্ খাই উঠিল। সি একো বুজিব নোৱাৰি অৰ্পণাহঁতৰ মুখলৈ প্ৰশ্নবোধক চাৱনিৰে চালে।

"পঙ্কজদা বহা"—অৰ্পণাই হাঁহি হাঁহি ক'লে, "তুমিয়েই হৈছা আজিৰ অনুষ্ঠানৰ বিশেষ অতিথি।"

"আহ পঙ্কজ" বুলি কৈ মই বহাৰপৰা উঠি তাৰ হাতখনত ধৰি মোৰ কাষত বহুৱাই দিলোঁ।

পঙ্কজে একো নক'লে।

"অ' পঙ্কজদা"—অৰ্পণাই অতি সাধাৰণ কথা এটা কোৱাৰ দৰে ক'লে, "তোমাক এটা কথা অৱশ্যে মুকলিকৈ কোৱা নহ'ল, 'এন্‌গেজ্‌মেণ্ট চেৰেমনি' কথাষাৰ ঠিকেই শুনিছিলা; অৱশ্যে কাৰ "এনগেজ্‌মেণ্ট্ তোমাক কোৱা নহ'ল। মোৰ বুলিয়েই সম্ভৱ ভাবিছিলা......।" কথাষাৰ কৈ কৈ অৰ্পণা মেজিষ্ট্ৰেট্ মোমায়েকৰ কালে আগবাঢ়ি গ'ল আৰু তেওঁৰ হাতৰপৰা কাগজ এখন আনি পঙ্কজৰ আগত দাঙি ধৰি ক'লে, "চহী কৰা।"

"কি ?"—পঙ্কজে একেবাৰে অভাৱনীয় পৰিস্থিতি এটাৰ সন্মুখীন হৈ একৰকম চিঞৰি উঠিল।

: স্বৰ্ণা আৰু ঋষিকৰ বিবাহৰ তুমি হ'লা প্ৰধান সাক্ষী।

লগে লগে পঙ্কজে কাগজখন অর্পণাৰ মুখলৈ মাৰি পঠিয়াই দ্ৰুত-গতিৰে কোঠাটোৰপৰা ওলাই যাবলৈ আগবাঢ়োতেই অৰ্পণাই হেঁচা মাৰি পঙ্কজক বহুৱাই দিলে আৰু খুউব ৰূঢ় কণ্ঠেৰে ক'লে, "অভদ্ৰামি নকৰিবা, বহা। মই যি কৈছোঁ। তাকে কৰা......।"

গোটেই কোঠাটো নিস্তব্ধ।

ঋত্বিক আৰু ঝৰ্ণাই বাবেপতি মোৰ ফালে চাইছে আৰু তললৈ মূৰ কৰিছে।

মই দেখিলোঁ। অৰ্পণাৰ চকুৰে যেন জুইহে ওলাইছে। ছোৱালীৰ এনে এক নিষ্ঠুৰ সংহাৰ-মূৰ্তি মই কোনো দিনে দেখা নাছিলোঁ।।

মই দেখিলোঁ, খং-ভয় আৰু অপমানত পঙ্কজ কঁপিবলৈ আৰম্ভ কৰিছে। সি যেন চকীখনৰপৰা থিয় হোৱাৰ শক্তিকণো লাহে লাহে হেৰুৱাই পেলাইছে।

অৰ্পণাই এই মুহূৰ্তটোৰ কাৰণেই যেন অপেক্ষা কৰি আছিল। তাই কলমটো পঙ্কজৰ ফালে আগুৱাই দি ক'লে, "চহী কৰা।"

খুউব দুৰ্বলভাৱে পঙ্কজে কলমটো হাতত ল'লে। মোৰ এনে লাগিল যেন কলমটো হাতত ধৰি ৰখাৰ শক্তিকণো লাহে লাহে পঙ্কজৰ নোহোৱা হৈ আহিছে।

অৰ্পণাই দেখুৱাই গ'ল আৰু পঙ্কজে কঁপা হাতেৰে চহী কৰি গ'ল।

চহী কৰা শেষ হোৱাৰ পিছত এটা বেমাৰী মানুহৰ দৰে পঙ্কজে চকীৰপৰা উঠিল আৰু কাকো একো নকৈ কোঠাটোৰপৰা ওলাই যাব খোজোঁতে অৰ্পণাই ক'লে, "ৰ'বা, ক'লৈ যোৱা ?"

এইবাৰ মন কৰিলোঁ। অৰ্পণাৰ মাতটো অসম্ভৱ কোমল হৈ পৰিছে। তাইৰ চকুৰে-মুখে অলপ আগতে যি সংহাৰ-মূৰ্তিৰ উদ্ভৱ হৈছিল, তাৰ চিন লেশমানো নাছিল।

পঙ্কজে একো উত্তৰ নিদিলে। "শুনা দাদা"—অৰ্পণাই ক'লে : "আইনমতে যদিও আজিৰপৰা ঝৰ্ণা আৰু ঋত্বিকৰ বিবাহ হ'ল,

হিন্দু-ধৰ্মমতে হোৱা নাই। এতেকে ইয়াক তুমি 'এনৰোলমেণ্ট চেৰিমনি' বুলি ধৰিব পাৰা। বিয়াখন কিন্তু ককায়েৰ হিচাপে তুমিয়েই পাতিব লাগিব।"

"চাওক হুৱৰা"—এইবাৰ অৰ্পণাৰ মেজিষ্ট্ৰেট মোমায়েকে ক'লে, "ঝৰ্ণা আৰু ঋষিকে এই কাগজত চহী কৰাৰ লগে লগে যদিও স্বামী-স্ত্ৰীৰ মৰ্য্যাদা পাব, তথাপি আমাৰ সমাজত ই স্বীকৃত বিবাহ নহয়; মই ভাবোঁ এই বিবাহৰ কথা এতিয়া গোপনে থাকক আৰু অতি সোনকালে আপোনালোকে বিয়াৰ আয়োজন কৰক। এনে কৰিলে আপোনালোকৰ পৰিয়ালৰ সন্মান আৰু ঐতিহ্য কোনো ৰকমেই ক্ষুণ্ণ নহয়।"

পঙ্কজে একো উত্তৰ নিদিলে। মই দেখিলোঁ পঙ্কজৰ দুচকুৰে দুধাৰি চকুলো বাগৰি আহিছে।

"ছিঃ পঙ্কজ! তই কান্দিছ কিয়?"

মই পঙ্কজৰ কালে আগুৱাই গৈ তাক সাৱটি ধৰি কলোঁ, "মই জানো তই বৰ আঘাত পাইছ, আমাৰ কোনো উপায় নাছিল, আমাক ক্ষমা কৰ…। অৱশ্যে তয়েই এই বিবাহৰ প্ৰধান সাক্ষী হ'ব লগা হ'ব বুলি মই কল্পনাও কৰা নাছিলোঁ।"

মই দেখিলোঁ অৰ্পণাই চকুৰে ঝৰ্ণা আৰু ঋষিকক কিবা ইঙ্গিত দিলে। লগে লগে দুয়োটাই পঙ্কজৰ ভৰিত পৰি সেৱা কৰিলে।

মই পঙ্কজৰ কাযৰপৰা আঁতৰি আহিলোঁ!

পঙ্কজ যদিও দুখোজ পিছুৱাই গৈছিল তথাপি সি আৰু নিষ্ঠুৰ হ'ব নোৱাৰিলে। সি ঝৰ্ণা আৰু ঋষিকক সাৱটি ধৰি ক'লে, "মোৰে ভুল হ'ল। তহঁতে মোক ক্ষমা কৰ।"

পঙ্কজে ঝৰ্ণাৰ চকু-পানীবোৰ মোহাৰি দিলে। লগে লগে উপস্থিত সকলোৰে মুখত হাঁহি বিৰিঙি উঠিল।

ইটো কোঠাত সাজু হৈ থকা অৰ্পণাৰ ভায়েক-ভনীয়েকহঁতে

মিঠাইৰ প্লেট হাতত লৈ সোমাই আহিল। অলপ পিছতে আমাৰ জগত অৰ্পণাৰ মাক-দেউতাকেও আহি যোগ দিলে।

ইয়াৰ পিছত বাকী কামবোৰ এটা এটাকৈ হৈ গ'ল। ঝৰ্ণা আৰু ঋত্বিকে আৱশ্যকীয় কাগজত চহী কৰিলে। পঙ্কজৰ অনুৰোধত মই অন্য এজন সাক্ষী হিচাপে সেই বিবাহ-পত্ৰত চহী কৰিলোঁ।

ইয়াৰ পিছত পঙ্কজে ঝৰ্ণা আৰু ঋত্বিকক তাৰ লগত ঘৰলৈ লৈ যাবলৈ প্ৰস্তাৱ দি অতি সোনকালে সিহঁত দুয়োটাৰে বিয়াখন পাতি দিয়াৰ প্ৰতিশ্ৰুতি দিলে।

চাওঁতে চাওঁতে সঁচাকৈয়ে ঝৰ্ণা আৰু ঋত্বিকৰ এদিন বিয়া হৈ গ'ল। বেছ ধুমধামেৰে পঙ্কজে বিয়াখনৰ আয়োজন কৰিছিল।

বিয়াৰ পিছত এদিন মই অৰ্পণাক লগ পাই সুধিছিলোঁ, "বাৰু অৰ্পণা, তুমি ইমান সাহস কৰিছিলা কেনেকৈ? পঙ্কজে সেইদিনা বিবাহ-পত্ৰত চহী নকৰি এক অভাৱনীয় দৃশ্যৰ সৃষ্টি কৰিলে তুমি কি কৰিলাহেঁতেন?"

মোৰ প্ৰশ্নটো শুনি অৰ্পণাই হিঃ হিঃকৈ হাঁহি কৈছিল, "বেয়া নাপাব দাদা! সঁচা কথা এষাৰ কওঁ—আপোনাৰ, পঙ্কজ দাদাৰ নাইবা ঋত্বিক বৰুৱাৰ কাৰো চৰিত্ৰগত একো পাৰ্থক্য নাই। আপোনালোক হৈছে একে শ্ৰেণীভুক্ত সমাজৰ মানুহ। আপুনিও বুকুত হাত দি ক'ব নোৱাৰে আপুনি সমাজক ভয় নকৰে, কিন্তু নিজকে 'প্ৰগ্ৰেচিভ্' বুলি এটা 'ইমেজ' তৈয়াৰ কৰি লৈছে কাৰণে বাহিৰত সেই ভয় নেদেখুৱায়। মোৰ সন্মুখত যেতিয়া এই কথাবাৰ ধৰা পৰি গৈছিল তেতিয়া আপোনাৰ দুৰ্বল অংশটোত মই আঘাত কৰি যেনেকৈ 'ৰেজিষ্ট্ৰেচন' বিয়া পাতিবলৈ বাধ্য কৰাইছিলোঁ, ঠিক তেনে সাহসেৰে পঙ্কজদাক মই বাধ্য কৰিব পাৰিম বুলি মোৰ দৃঢ়বিশ্বাস আছিল। বৰং পঙ্কজদাওকৈ আপোনালোকলৈহে মই বেছি ভয় কৰিছিলোঁ, কাৰণ আপোনালোকে নিজকে হেম্‌লেট্ বুলি ভাবি বৰ ভাল পায়

আৰু সন্মুখ-সমৰৰ সময় হ'লে কেনেকৈ সুৰুঙা উলিয়াই ওলাই যাব পৰা যায় তাৰ ব্যৱস্থাও পুৰুষ ভালকৈ জানে। যাক, মুকলিকৈয়ে কওঁকচোন, আপোনালোকৰ এই দুৰ্বল অংশটোত মই আঘাত নকৰা হ'লে কোনোবা এদিন এনেদৰে বিয়া পতাৰ সাহস কৰিব পাৰিলে-হেঁতেন নে?"

সেইদিনা মই অৰ্পণাৰ প্ৰশ্নৰ উত্তৰ দিব পৰা নাছিলোঁ।

নিজকে প্ৰশ্ন কৰিব বিচাৰি সঁচাকৈয়ে মই বৰ ভয় খাইছিলোঁ। নিজকে মোৰ চাৰিকাষৰ পিঞ্জৰাবদ্ধ বাঘৰ দৰে বৰ অসহায় যেন লাগিছিল।

॥ ছয় ॥

: ওৱান পেগ্ হুইস্কী।

: ঝৰ্ণা!

: কি হ'ল, এনেকৈ কিয় চিঞৰিছা?

: তুমি এনেদৰে মদ খাইছা কিয়? মই ইমানপৰে সহ্য কৰি আছিলোঁ; আৰু মই নোৱাৰোঁ ঝৰ্ণা!

: ব'বাচোন! জিন্ খাই মোৰ ভাল নলগা হৈছে। এক পেগ্ হুইস্কী খাই চাওঁ, ভাল লাগিব পাৰে। তুমি খাবা?

: তুমি এনেকৈ তোমাৰ জীৱনটো ধ্বংস কৰিছা কিয় ঝৰ্ণা, ঋত্বিকে যদি তোমাক এনে অৱস্থাত দেখে ?

: হিঃ হিঃ হিঃ, কোনে? ঋত্বিকে? 'ডণ্ট্ ৱৰি মাই ফ্ৰেণ্ডস্ চিন্তা নকৰিবা। ঋত্বিকে একো বেয়া নাপায়, একো বেয়া নাপায়, ভাবিব মই তেওঁৰ হৈ গৈছোঁ, তেওঁৰ জাতত উঠিছোঁ। ··মোক, জানো ঋত্বিকে এদিন বেয়া পাইছিল, মই হেনো 'মেনাৰচ্' নাজানো। জানো হিলটন্ কোম্পানীৰ 'লেবাৰ অফিচাৰ'ৰ পত্নী—যাৰ ক্লাবৰ মদৰ বিল মাহেকত হেজাৰ টকাৰ কম হ'লে 'প্ৰেষ্টিজ' নাথাকে, তেওঁৰ মতে এক পেগ্ হুইস্কী খালে জীৱন ধ্বংস কৰা নহয়, জীৱন গঢ়াহে হিঃ ·· হিঃ···হিঃ

: এনেদৰে নাহাঁহিবা ঝৰ্ণা, আনে শুনিলে কি ভাবিব?

: আনে শুনিলে? হিঃ হিঃ হিঃ। তুমিও মানুহলৈ ভয় কৰা তুমিয়েইতো এদিন মোক সাহস দিছিলা, বুৰ্জোৱা শঙ্কা ভয় আদি

পৰা মোক মুক্তি দিব বিচাৰিছিলা ? মোকতো এদিন ফিনিক্স পখীৰ লগত তুলনা কৰি কৈছিলা ...।"

: সঁচা কথা, মই তোমাক তোমালোকৰ ঘৰখনৰ ভণ্ড ঐতিহ্য আৰু গোড়ামিৰপৰা মুক্ত কৰিব বিচাৰিছিলোঁ, তোমাক মই মধ্যবিত্তৰ ভয় আৰু সঙ্কোচৰপৰা মুক্ত হ'বলৈ সাহস দিছিলোঁ, কিন্তু তাৰ অৰ্থতো এয়া নাছিল—তুমি জীৱনটো মদ খাই খাই ধ্বংস কৰিবা, তুমি জীৱনটো....।

: হিঃ হিঃ হিঃ। তুমিয়েতো মোক এদিন ফিনিক্স পখীৰ গল্প শুনাই-ছিলা ; সূৰ্য্যৰ তীক্ষ্ণ পোহৰত ডেউকা জ্বলি যোৱা ছাইৰপৰা এটা নতুন ফিনিক্স পখীৰ জন্ম হোৱাৰ কথা কৈছিলা। কিন্তু জানা, আজি মোৰ ফিনিক্স জন্মৰ জন্ম-যন্ত্ৰণা নাই, মই নিজকে মাথোঁ ধ্বংস কৰিব বিচাৰোঁ, মোৰ ডেউকাত জুই লগাই মাথোঁ মই মৰিব বিচাৰোঁ।

: ঝৰ্ণা !!

: নিচিঞৰিবা, আনে শুনিব। হিঃ হিঃ হিঃ।

: মই বুজিব পৰা নাই ঝৰ্ণা, তুমি কিহত অসুখী ! ঋত্বিকৰ দৰে এক সুযোগ্য স্বামীৰ পত্নী হৈছা ! এটা বিখ্যাত কোম্পানীৰ উচ্চ বিষয়া ঋত্বিক—ধুনীয়া ঘৰ, গাড়ী, জীৱনত পাব লগা সকলো সুখ, সকলো আনন্দ তুমি উপভোগ কৰিবলৈ পাইছা ! জীৱনত ইমানখিনি পোৱাৰ পিছতো তুমি কিহত অসুখী, মই একো বুজিব পৰা নাই।

একেলগে বহু সময় কথা কৈ নিৰঞ্জন এইবাৰ অকণমান ব'ল।

মই একো উত্তৰ দিয়া নাই।

আচলতে মোৰ উত্তৰ দিব লগা একো নাই। মই মন কৰিলোঁ নিৰঞ্জন কিছু উত্তেজিত হৈ পৰিছে। সেইবাবে মাগ্‌টোত থকা বীয়েৰখিনি হঠাতে একে সোহাতে খাই বটলটোৰপৰা আৰু অলপ ঢালি ল'লে।

সঁচাকৈয়ে মই বাৰু কিহত অসুখী ?

এই প্ৰশ্নটো বহুদিন মোৰ মনলৈ আহিছে, নিজকে এই প্ৰশ্নটো কৰি কৰি মই ভাগৰি পৰিছোঁ।

যোৱা কালি কলিকতাৰপৰা প্লেনেৰে মই গুৱাহাটীলৈ আহোঁতে গোটেই পথটোত এই এটা প্ৰশ্নৰ উত্তৰকে ভাবি আহিছিলোঁ। বাৰে বাৰে মই প্ৰশ্ন কৰিছিলোঁ মোক কি লাগে, মই কি বিচাৰোঁ?

এই প্ৰশ্ন কৰি কৰি মই সঁচাকৈয়ে ভাগৰি পৰিছো। নিজকে পাহৰি থাকিবৰ কাৰণে মই আজি গোটেই আবেলিটো এয়া হোটেল 'চান ভিউ'ৰ নিৰ্জন 'বাৰ'ত কটাই দিবৰ কাৰণে পলাই আহিছিলোঁ।

মোৰ নিজৰ ওপৰতে খং উঠিবলৈ আৰম্ভ কৰিলে। কিহেনো পাইছিল এনেদৰে নিৰঞ্জনক প্ৰেছৰপৰা ফ'ন কৰি মাতি আনিবলৈ।

আকৌ সেই একেই প্ৰশ্ন, একেবোৰ কথা, উস্! মোৰ অসহ্য।

কালি মই প্লেনত উঠাৰ আগতেও ঋত্বিকে সেই একে প্ৰশ্নকে মোক সুধিছিল।

সেই প্ৰশ্নৰ মই উত্তৰ দিয়া নাছিলোঁ।

ঋত্বিকে মোক কৈছিল, "মই বুজি নাপাওঁ ঝৰ্ণা, কিহৰ কাৰণে তুমি সুখী হ'ব পৰা নাই? তোমাৰ কিহৰ অভাৱ, কি দি মই সুখী কৰিব পাৰিম? তোমাক সুখত ৰাখিবৰ কাৰণে বেচৰকাৰী কলেজৰ চাকৰি এৰি আহি এই কোম্পানীৰ চাকৰিত সোমাইছিলোঁ। সু-সজ্জিত ফ্লেট, গাড়ী, বিচৰা অনুসৰি সকলো বস্তুকে মই পাৰ্য্যমানে দিবলৈ চেষ্টা কৰি আহিছোঁ, ইয়াৰ পিছতো তুমি যদি অসুখী হোৱা, মই নিৰুপায় ঝৰ্ণা!"

মোৰ সুধিবৰ মন গৈছিল, 'তুমি কিয় নিজকে ফাঁকি দিছা ঋত্বিক, সঁচাকৈয়ে তুমি কোৱাঁচোন, এই সকলোখিনি একমাত্ৰ মোৰ কাৰণেই কৰিছা, একমাত্ৰ মোক ভাল পোৱাৰ কাৰণে?'

—নাই নাই, সেই প্ৰশ্ন মই মুখ ফুটাই কৰিব পৰা নাছিলোঁ। মই অনুভৱ কৰিছিলোঁ সেই প্ৰশ্ন কৰাৰ আজি আৰু কোনো অৰ্থ নাই। কোনো প্ৰয়োজন নাই।

মধুচন্দ্ৰিকাৰ প্ৰথম নিশা ঋত্বিকক অবাক কৰি দিয়াৰ উদ্দেশ্যে এটা কথা বৰ গোপনে ৰাখিছিলোঁ। মই ঋত্বিক, পঙ্কজদা, মা আনকি নিৰঞ্জনকো নজনোৱাকৈ এটা কাম কৰিছিলোঁ। 'আসাম ট্ৰিবিউন'ৰ দ্বিতীয় পৃষ্ঠাত হঠাৎ এটা বিজ্ঞাপন দেখি মই স্থানীয় ছোৱালী কলেজখনৰ ইংৰাজীৰ অধ্যাপিকাৰ পদৰ কাৰণে 'এপ্লাই' কৰিছিলোঁ। যথা সময়ত 'ইণ্টাৰভিউ' দিলোঁ আৰু মই নিৰ্বাচিত হলোঁ। ইতিমধ্যে মোৰ বিয়াৰ আয়োজন হোৱাত মই প্ৰিন্সিপালক কৈ কামত জইন্ কৰিবৰ বাবে এমাহ সময় বিচাৰিলোঁ। তেখেতে মোক বিয়াৰ পিছত চাকৰিত যোগ দিবৰ বাবে অনুমতি দিলে।

সেইবাবে মধুচন্দ্ৰিকাৰ নিশা মই ঋত্বিকক যেতিয়া অবাক কৰি দিয়াৰ উদ্দেশ্যে মোৰ 'এপইণ্ট্‌মেণ্ট্‌ লেটাৰ'খন দেখুৱালোঁ ; মই ভবাৰ দৰে ঋত্বিকে আনন্দত মোক সাঁকোৱালি নল'লে, মই আশা কৰা অনুসাৰে মোক 'কংগ্ৰেচুলেট্' কৰি সাৱটি নধৰিলে, বৰং মই দেখিলোঁ ঋত্বিক যেন নিশ্চুপ হৈ গ'ল। কোনো কথা মুখেৰে উচ্চাৰণ নকৰি কাষৰ টেবুলখনৰপৰা মাথোঁ চিগাৰেটৰ পেকেট্‌টো আনি এটা চিগাৰেট ওঁঠৰ কোৱাৰিত ল'লে।

ঋত্বিকৰ এই ভাবান্তৰৰ কোনো অৰ্থ মই বিচাৰি নাপালোঁ।

: কি হ'ল, একেবাৰে নিশ্চুপ হৈ গ'লা দেখোন ?

: তুমি কি সঁচাকৈয়ে চাকৰি কৰিবা ঋৰ্ণা ?

: কিয় ? চাকৰি নকৰি কি কৰিম ?

: কিন্তু আমাৰ ঘৰৰ কোনো বোৱাৰীয়ে কোনো দিন চাকৰি কৰা নাই ? মা-দেউতাহঁতে কথাষাৰ কেনেদৰে লয়, তাৰোপৰি তোমা-লোকৰ ঘৰখনৰো কথা আছে, তেওঁলোকে কেনেদৰে লয়··· !

: লোকৰ কথা বাদ দিয়া—এইবাৰ মই পোনপটীয়াকৈ প্ৰশ্ন

কৰিলোঁ, "তুমি নিজে কেনেদৰে লৈছা? তোমাৰো সম্মতি নাই নেকি?"

: শেষত গৈ মই কি তোমাৰ উপাৰ্জনেৰে খাব লাগিব? নাই নাই ঝৰ্ণা··· !

: মোৰ উপাৰ্জনেৰে খাব লাগিব বুলি কোনে কৈছে? তুমি উপাৰ্জন কৰিবা, ময়ো উপাৰ্জন কৰিম, দুয়োটাৰ উপাৰ্জনেৰে আমি ভালদৰে থাকিম, বছ্ ইমানেই।

ঋত্বিকে সেইদিনা আৰু একো নক'লে। ময়ো কথা বেছি বঢ়াবলৈ ভাল নাপালোঁ। মধুচন্দ্ৰিকাৰ নিশা—প্ৰথমবাৰৰ কাৰণে দুয়ো দুয়োকে খুউব কাষত পোৱাৰ নিশাটো, এনেবোৰ কথাৰে নষ্ট কৰি দিব বিচৰা মই নাছিলোঁ।

মই বিচাৰিছিলোঁ ঋত্বিকে মোক খুউব জোৰেৰে সাবটি ধৰক। মোৰ সমস্ত শৰীৰ ঋত্বিকৰ প্ৰেমৰ স্পৰ্শত যেন ভৰি উঠক। আ-অলঙ্কাৰ, কাপোৰ-কানিৰে আবৃত মোৰ নগ্ন শৰীৰটোক তেওঁৰ শৰীৰৰ সকলো উত্তাপেৰে এক আদিম পৃথিৱীলৈ লৈ যাওঁক।

ওহোঁ, ঋত্বিকৰ এই ক্ষেত্ৰত অকণো উৎসাহ নেদেখিলোঁ। অথচ আগতে ঋত্বিকৰ কি উদ্দাম বাসনা!

মোৰ এনে লাগিল, ঋত্বিকে গোটেই কামবোৰ যেন যান্ত্ৰিক গতিত কৰি গ'ল—য'ত কণমানো উৎসাহ নাই, আন্তৰিকতা নাই। আমি দুয়ো যেন তেজ-মঙহৰ জীয়া মানুহ নহৈ মাথোঁ দুটা যন্ত্ৰলৈ ৰূপান্তৰিত হৈছোঁ। মোৰ আশা আছিল ফুলশয্যাৰ নিশা আমি দুয়ো গোটেই নিশা উজাগৰে স্মৃতিৰ মিঠা কল্পনাবোৰ আকৌ সুঁৱৰি কটাই দিম। অথচ বাস্তৱৰ কি নিষ্ঠুৰ পৰিহাস! শৰীৰ-মনৰ আবেগ আৰু উত্তাপেৰে প্ৰতিটো মুহূৰ্ত মুখৰিত কৰিব পৰা সময়খিনিত ঋত্বিকে বিচনাৰ কাষৰ চকীখনত বহি চিগাৰেটৰ ধোঁৱাৰ বিং বনোৱাত পাৰ্গতালি দেখুউৱাৰ যেন অহোপুৰুষাৰ্থ কৰিছে। আৰু মই? কিয় ক'ব নোৱাৰোঁ লাহে লাহে মোৰ অসহ্য লাগিবলৈ ধৰিলে।

পৃথিৱীৰ সমগ্ৰ ক্লান্তিৰে যেন মোৰ চকুত ক'ৰ নোৱাৰাকৈয়ে সেই টোপনিয়ে হেঁচা মাৰি ধৰিলে আৰু অৱশেষত ক'ব নোৱাৰাকৈয়ে মোৰ টোপনি আহিল।

পিছদিনা পুৱা খৰ্‌ধৰ্‌কৈ সাৰ পাই যেতিয়া মই কাষত ঋষিকক বিচাৰিছিলোঁ, মোৰ কাষত তেতিয়া ঋষিক নাছিল। বিছনাৰ কাষৰ চকীখনতে ঋষিক শুই আছে। টেবুলত পৰি আছে চিগাৰেটৰ এটা খালী পেকেট আৰু 'এচ্‌ট্ৰে'টোৰ মুখলৈকে চিগাৰেটৰ টুকুৰা আৰু ছাই।

... ... ...

"তুমি এনেদৰে মোক, মোৰ পৰিয়ালক অপমান কৰিবা বুলি ভবা নাছিলোঁ বৰ্ণা। সঁচা কথা, তোমালোকৰ পৰিয়ালৰ এটা গৌৰৱময় অতীত আছে, বংশ-মৰ্য্যাদা আছে, সেইবুলি তুমি মোক হালোৱাৰ ঘৰৰ, দেউতাক..." ঋষিকে আৰু একো ক'ব নোৱাৰিলে, খং আৰু অভিমানত মানুহটো কঁপিবলৈ ধৰিলে।

"তুমি মোক ভুল বুজিছা ঋষিক"—মই কলোঁ, "মই ক'ব বিচাৰিছোঁ এটা কথা। সেইটো হ'ল তোমালোকৰ ঘৰৰ বোৱাৰীয়ে কোনো দিন শাৰীৰিক শ্ৰম কৰা নাই বুলি তুমি ক'ব নোৱাৰা। তোমাৰ ককাদেউতা যেতিয়া হালখন লৈ পথাৰলৈ গৈছিল, তেতিয়া তোমাৰ আইতায়ো তেখেতক সহায় কৰাৰ কথা চিন্তা কৰিছিল; তেখেতো সমানে পথাৰলৈ গৈছিল। এটা কথা অৱশ্যে সঁচা, তোমাৰ নবৌহঁতে মানে মোৰ জাহঁতে কোনো কাম নকৰে, কৰিব লগা নহয়। তুমি জানা, মই তেওঁলোকৰ লগত নিজকে তুলনা কৰিব নিবিচাৰোঁ। কিন্তু এইটো কথাও তুমি ভাবি নোচোৱা কিয়, আজি তোমাৰ ঘৰৰ বোৱাৰীয়ে শাৰীৰিক শ্ৰম নকৰাৰ কাৰণটো কি? ইয়াৰ কাৰণ এয়েই নহয় নে আমাৰ নিচিনা তথাকথিত বংশ-মৰ্য্যাদা থকা পৰিয়ালক তোমালোকে অন্ধভাৱে অনুকৰণ কৰাটো? তোমাৰ লগত মই একেলগে চাকৰি কৰিবলৈ যোৱাটো আজি তোমালোকৰ

পৰিয়ালৰ মৰ্য্যাদাৰ কথা, কিন্তু তোমাৰ ককাদেউতাই পথাৰলৈ যাওঁতে সমানে সমানে তোমাৰ আইতা যোৱাটোত কোনো মৰ্য্যাদাৰ প্ৰশ্ন উঠা নাছিল।”

: কিন্তু সেইবুলিয়ে যে তুমি চাকৰি কৰিব লাগিব তাৰ কি মানে আছে? ইমানেই যদি কাম কৰাৰ ইচ্ছা, ঘৰতে কিমান কাম আছে, ইচ্ছা কৰিলে তুমি নবৌহঁতৰ দৰে ‘ছচিয়েল্ ওৱাৰ্ক’ কৰিব পাৰা।···

: ঘৰুৱা কাম, মানে হোৱাই-নোহোৱাই কিছুমান উল কিনি চুৱেটাৰ বনোৱাকে বুজাইছা নেকি? ‘ছচিয়েল ওৱাৰ্ক’ অৰ্থাৎ বাইদেউ মানে তোমাৰ নবৌহঁতৰ ‘লেডীজ্ ক্লাব’লৈ যোৱাটো? উৱলি যোৱা পচা আভিজাত্য······

: মুখ চম্ভালি কথা ক’বা ঝৰ্ণা, এইখন ঘৰলৈ তুমি মাথোঁ সিদিনা আহিছা। নবৌহঁতৰ প্ৰতি তোমাৰ মুখত কোনো মন্তব্য মই শুনিব নোখোজোঁ।

: বাইদেউহঁতক মই একো ক’ব বিচৰা নাই, তুমি ভুল নুবুজিবা। মই ক’ব বিচাৰিছো মোৰ কথা, তেনে এক পচা আভিজাত্যৰপৰা মুক্তি বিচাৰিয়েই মই এদিন তোমাক ইমান কাষত বিচাৰিছিলোঁ। মোৰ এখন নতুন ঘৰৰ সপোন নষ্ট হৈ যাবলৈ নিদিবা ঋত্বিক!”

: তোমাৰ যি ইচ্ছা কৰা, মোক নুসুধিবা, কাৰণ তুমি তোমাৰ সুখ, আনন্দৰ কাৰণে মোক বিয়া কৰাইছা—মোৰ সুখ, আনন্দৰ কাৰণে নহয়।

: তুমি কি কৈছা ঋত্বিক?

মোৰ কথা শুনিবলৈ আৰু ঋত্বিক সেইদিনা মোৰ কাষত নাছিল। উচাট্ মাৰি মোৰ কাষৰপৰা গুচি গৈছিল।

মই নাজানো মোৰ কি হৈছিল। বহু সময় মই নিশ্চুপ হৈ বিচনাখনতে বহি ৰলোঁ। তাৰ পিছত হঠাতে ঘড়ীটোলৈ চকু পৰিল। ইতিমধ্যে ন’টা বাজি গ’ল।

আজি মোৰ চাকৰিত জইন্ কৰাৰ দিন। মই কি কৰিম বহু সময়লৈ একো ঠিক কৰিব নোৱাৰিলোঁ। মোৰ অনুভৱ হ'ল কেৱল কাষৰপৰাই নহয়, ঋত্বিক যেন মোৰ মনৰপৰাও বহু ⁚ ⁚লৈ আঁতৰি গৈছে।

মই বৰ শঙ্কিত হৈ উঠিলোঁ।

লগে লগে মই দৃঢ় প্ৰতিজ্ঞ হৈ উঠিলোঁ। নাই নহয়, ঋত্বিকক মই মোৰ কাষৰপৰা আঁতৰি যাবলৈ দিব নোৱাৰোঁ, ঋত্বিকক মই মোৰ কাষলৈ ঘুৰাই আনিবই লাগিব। কিন্তু সেইবুলি মই মোৰ আদৰ্শৰ লগত আপোচ কৰিব নোৱাৰোঁ, মই কোনোমতেই 'কম্প্ৰমাইজ' কৰিব নিবিচাৰোঁ।

ৰাতিপুৱাই মই বিচনাৰপৰা উঠি আহি কাপোৰ-কানি পিন্ধি ওলালোঁ। তাৰ পিছত মই শাহুৰ কাষলৈ গৈ কলোঁ, "মা, মোৰ আজি চাকৰিত জইন্ কৰাৰ দিন। মই আহোঁ…।"

মই লাহেকৈ শাহুআইক সেৱা কৰিলোঁ।

শাহুৱে মোৰ ফালে বৰ অবাক হৈ চালে আৰু ক'লে, "আই! তোমাৰ কিহৰ অভাৱ যে এনেদৰে চাকৰি কৰিবলৈ ওলাইছা? ৰবজনাৰেও কথাবাৰ শুনি ভাল পোৱা নাই, মোক ক'বলৈ কৈছিল…।"

"অভাৱৰ কাৰণে নহয় মা!" —মই লাহেকৈ উত্তৰ দিছিলোঁ, "ইমানবোৰ কাম কৰা মানুহেৰে ভৰা ঘৰখনত মই কিবা এটা কাম কৰোঁ বুলিলেও একোৰে আগ-গুৰি নাপাওঁ; দিনটো শুই-বহি কটাই আমনি লাগিছে। সেইবাবে চাকৰিটো পাইছোঁ যেতিয়া কৰি চাওঁ-চোন। কষ্ট হ'লে বাদ এৰি দিম।"

"জানো, যি কৰ কৰ"—শাহুআইয়ে ক'লে, "মই কথাবাৰহে কৈছোঁ…।"

সেইদিনাৰপৰা মোৰ এক নতুন জীৱনৰ আৰম্ভণি হ'ল।

কলেজৰগৰা উভতি আহি সেইদিনা ঋত্বিকক ঘৰত নাপালোঁ। নিশাও মোক এবাৰো মোৰ নতুন অভিজ্ঞতাৰ বিষয়ে একোকে সুসুধিলে।

অভিমান হৈছিল যদিও সেয়া ঢাকি ৰাখি মই ইচ্ছা কৰিয়েই বহুণ সানি মোৰ দিনটোৰ আমোদজনক অভিজ্ঞতাবোৰ এটা এটাকৈ ক'বলৈ ধৰিলোঁ।

মন কৰিলোঁ, ঋত্বিকে মোৰ কোনো কথাতে মন খুলি নাহাঁহিলে। একো মন্তব্যও নিদিলে। মাত্র পিছবেলা দি যোৱা 'ষ্টেটচ্‌মেন্'খনৰ বিজ্ঞাপনবোৰত চকু ফুৰাই থাকিল।

মই ইচ্ছা কৰিয়েই এবাৰ হঠাতে কাগজখন আজুৰি আনি মেজখনলৈ দলি মাৰি দি কলোঁ, "কিনো আছে সেইখনত, ইমানকৈ যে চাই আছা!"

মোৰ কি হ'ল ক'ব নোৱাৰোঁ। কিবা ক'বলৈ সুবিধা পোৱাৰ আগতে ঋত্বিকক জোৰেৰে সাবটি ধৰি বিচনাত শুৱাই তেওঁৰ ওঁঠ মোৰ ওঁঠেৰে হেঁচা মাৰি ধৰিলোঁ। প্ৰথমতে ঋত্বিকে মুখখন আঁতৰাই নিব বিচাৰিছিল যদিও লাহে লাহে সেই শক্তি হেৰুৱাই পেলালে।

নিশাৰ আন্ধাৰত যৌন সুখৰ অদমনীয় বাসনাখিনি পূৰ্ণ কৰিবৰ সময়ত মানুহে মধ্যবিত্ত ভণ্ডামি, মান-অভিমানখিনি পাহৰি পেলাই যদিও পুনৰ দিনৰ পোহৰত নিজৰ নগ্নতা ঢাকিবৰ বাবে কাপোৰ-কানি পিন্ধাৰ লগে লগে মানুহ আকৌ সেই আগৰ অৱস্থাটোলৈ উভতি আহে। মান-অভিমান, ভুৱা মৰ্য্যাদাৰ প্ৰতি সজাগ হয়।

কথাষাৰ মই বৰ বেয়াকৈ অনুভৱ কৰিছিলোঁ পিছদিনা পুৱা ঋত্বিকৰ কাৰণে চাহকাপ লৈ কোঠাটোলৈ সোমাই আহি। নিশাৰ আন্ধাৰত আমি পৰস্পৰে ইমান কাষ চাপি যোৱাৰ পিছত মই অন্ততঃ ভৰা নাছিলোঁ যে ঋত্বিক ঠিক আগদিনাৰ দৰেই বিজ্ঞাপনৰ পাত-বোৰত নিমগ্ন হৈ গম্ভীৰভাৱে বহি থাকিব। মই কোঠাত চাহৰ কাপ লৈ সোমোৱা দেখিও মোক সম্পূৰ্ণভাৱে উপেক্ষা কৰি তেওঁ

কাগজ পঢ়ি থাকিব। কিছু সময় মই নমতাকৈ থাকিলোঁ আৰু তাৰ পিছত চাহকাপ আগবঢ়াই দি সুধিলোঁ, "কালিৰ পৰাহে ইমানকৈ একেখন কাগজকে কি চাই আছা? কিনো আছে তাত?"

: মই এটা 'এডভাৰ্টাইজমেণ্ট' চাইছোঁ।

: এডভাৰ্টাইজমেণ্ট? কিহৰ?

: বিদেশী কোম্পানী এটাৰ 'এক্জিকিউটিভ্ কেডাৰ'ৰ প'ষ্ট এটা ওলাইছে। ভাল চাকৰি। ভাবিছোঁ এপ্লাই কৰোঁ নেকি?

: কিয়? কলেজৰ কামটোনো কি হ'ল? তাৰোপৰি এই মাহৰ-পৰা তুমি 'ৰিচাৰ্চ' আৰম্ভ কৰাৰ কথাও দেখোন আছে……।

: তিনি শ পঞ্চাশ টকাৰে আৰম্ভ হোৱা চাকৰি এটা কৰি জীৱনটো মই এনেদৰে ধ্বংস কৰাৰ কোনো মানে নাই। এই চাকৰিটো পালে তুমি অন্ততঃ ইমান কষ্ট কৰি কলেজলৈও যাব নালাগে। কোম্পানীয়ে ঘৰ, গাড়ী সকলো সুবিধা………

: আচল কথাটো কোৱা, মই কলেজলৈ গৈ থকাটো এতিয়াও তুমি অন্তৰেৰে গ্ৰহণ কৰিব পৰা নাই, নহয়? তুমি ভাবিছা, ঘৰ আৰু গাড়ী হোৱাৰ আশাৰে মই এই চাকৰিটোত সোমাইছোঁ?

: ঠিক তেনেদৰে নাভাবিলেও তোমাৰ উপাৰ্জনে যে আমাক কিছু সুখত ৰাখিব সেই কথাষাৰ নিশ্চয় স্বীকাৰ কৰিবা?

: সেই কথাষাৰ মই স্বীকাৰ কৰাত আপত্তি নাই, কিন্তু মই চাকৰি কৰা লৈ তোমাৰ ইমান 'কমপ্লেক্স' কিয়? মই ভাবিছিলোঁ মই চাকৰিত সোমাই তোমাক বহুখিনি সাংসাৰিক চিন্তাৰপৰা মুক্তি দিম। মই ভাবিছিলোঁ, তুমি গৱেষণা কৰিবা, পঢ়া-শুনা লৈ ব্যস্ত থাকিবা। কোনো এটা বিদেশী কোম্পানীৰ কাম লৈ এটা যে যন্ত্ৰলৈ পৰিণত হ'বা—এইটো মোৰ কল্পনাৰো অতীত আছিল। মই ভাবিছিলোঁ তুমি মানুহ হৈ জীয়াই থাকিবা।

"হ'ব, হ'ব"—ঋত্বিকে বিৰক্তিৰে ক'লে, "প্লিজ্ ইট, তোমাক মই বিয়া কৰাইছোঁ সেইটো সঁচা, কিন্তু সেইবুলি তুমি মোক সকলো

সময়ত্তে এনেদৰে মোৰ 'পাৰ্চনেল লাইফ'তো 'ইন্টাৰফেয়াৰ' কৰাটো মই সহ্য কৰিব নোৱাৰোঁ।"

মই জানো আৰু তৰ্ক কৰাৰ কোনো মানে নাই। মই যিমানেই ভালকৈ বুজাও কিয়, কেতিয়াও ঋত্বিকে মোক সহজভাৱে গ্ৰহণ নকৰে।

বিয়াৰ পিছৰপৰা ঋত্বিকৰ ইমান পৰিৱৰ্তন দিনে দিনে লক্ষ্য কৰিছোঁ। যে আজিকালি মোৰ অনুভৱ হয়, আমাৰ যেন আৰম্ভণিতে ভুল হৈ গ'ল। কেতিয়াবা মোৰ এনে লাগে ককাইদেউ, মাইঁতৰ কথাই সঁচা আছিল। মই যেন তেওঁলোকৰ কোনো কথা মুশুনি ক'ৰবাত ভুল কৰিলোঁ। মা আৰু ককাইদেউৰ অভিশাপ লৈয়ে যেন মই দিনবোৰ পাৰ কৰিব লাগিব। ঠিক তাৰ পিছতেই মই খুউব জোৰ কৰি মনৰপৰা সেই ভাব দূৰ কৰি নিজকে সান্ত্বনা দিওঁ: নাই নহয়, নহয়, হ'ব নোৱাৰে। মই একো ভুল কৰা নাই। যদি মই ব্যৰ্থ হওঁ সেই ব্যৰ্থতা মোৰ, সেয়া স্ত্ৰী হিচাপে ঋত্বিকৰ ওচৰত মোৰ ব্যৰ্থতা, ইয়াত কাৰো অভিশাপ, কোনো বংশ-মৰ্য্যাদাৰ অহঙ্কাৰ থাকিব নোৱাৰে।

কিন্তু তথাপি মই হতাশ হলোঁ।

ঋত্বিকৰ কিহৰ 'কমপ্লেক্স' মই বুজিব নোৱাৰিলোঁ।

অৱশেষত ঋত্বিকেই সম্ভৱ জিকিল।

এদিন ঋত্বিক কলিকতাৰপৰা 'ইন্টাৰভিউ' দি উভতি আহিল। মই ভাবিছিলোঁ ঋত্বিকে হয়তো ক'ব, 'ব'লা ঝৰ্ণা, বিয়াৰ পিছত আমি ক'লৈকো একেলগে ফুৰিবলৈ যোৱা নাই। কলিকতালৈ মই যাব লগা হ'ল যেতিয়া তুমিও ব'লা।' কিন্তু ঋত্বিকে একো নক'লে। সম্ভৱ ঋত্বিকে তেওঁৰ জীৱনৰ এক শুভ আৰম্ভণিতে মোৰপৰা কোনো ধৰণৰ বাধা বিচৰা নাছিল। সম্ভৱ মোৰ অস্তিত্ব পাহৰি কেৱল তেওঁ অকলে এভাল জখলাৰে ওপৰলৈ উঠাৰ চিন্তা কৰিছিল।

এদিন কলেজৰপৰা আহি দেখিলোঁ ঘৰখনত এক আনন্দমুখৰ পৰিবেশ। মই সোমাই যোৱাৰ লগে লগে সক ননদজনী আহি

মোক খবৰটো দিলে—'জানা নবৌ, আজি কলিকতাৰপৰা চিঠি আহিছে, দাদাই চাকৰিটো পাইছে। অহা সপ্তাহত যাব লাগিব, আমাৰ বৰ বেয়া লাগিব নহয়?' পোন্ধৰ বছৰীয়া—কিশোৰীৰ চঞ্চলতাৰে দীপিকাই কৈ যোৱা কথাবোৰৰ মই একো উত্তৰ দিব নোৱাৰিলোঁ। মোৰ এনে লাগিল তাইৰ মুখৰ প্ৰতিটো শব্দই যেন বিদ্ৰূপ কৰি কৈ গ'ল: 'ঋত্বিকক তুমি আৰু ধৰি ৰাখিব নোৱাৰা, তোমাৰপৰা বহু দূৰলৈ আঁতৰি গ'ল, বহু দূৰলৈ……।' মোৰ মুখেৰে যেন তাৰে প্ৰতিধ্বনি ওলাই আহিব খুজিছিল, 'তোমাৰ দাদা আৰু মই তোমালোকৰপৰা আঁতৰি যোৱা নাই, তোমাৰ দাদাহে মোৰ কাষৰপৰা বহু দূৰলৈ আঁতৰি গ'ল, বহু দূৰলৈ… …।' নাই মই একো ক'ব নোৱাৰিলোঁ। ড্ৰয়িংৰুমৰ কাষৰ বাৰাণ্ডাখনেদি পাৰ হৈ যাওঁতে ওচৰৰে বিমলা পেহীয়ে শাহুআইক কৈ থকা শুনিলোঁ, 'আপোনাৰে ভাগ্য নবৌ, এনেকুৱা লখিমী বোৱাৰী পাইছে; ল'ৰাই আৰু উন্নতি কৰিব। চাবচোন, তাৰ আৰু উন্নতি হ'ব।'

আৰু উন্নতি। মোৰ ভাগ্যৰ বলত ঋত্বিকে আৰু উন্নতি কৰিব। মোৰ নিজৰে কিবা অসহ্য লাগিব ধৰিলে। মই কিবা কৌতুক অনুভব কৰিলোঁ—যিটো মই মনে-প্ৰাণে ঘিণ কৰোঁ। সেইটোও আকৌ মোৰ ভাগ্যৰ বলত হয়! কথাটো ভাবি অসহ্য লগাত ভাগৰ লাগিছে বুলি শুই পৰিলোঁগৈ।

শুই শুই মই ভাবিব ধৰিলোঁ গোটেই ঘৰখনে ঋত্বিকৰ সুখবৰ পাই আনন্দ কৰিছে, ফূৰ্তি কৰিছে, কিন্তু মই পৰা নাই কিয়? মই মোৰ জীৱনটোক ঋত্বিকতকৈ সঁচাকৈয়ে বেছি ভাল পাওঁ নেকি যে মই ঋত্বিকৰ উন্নতি সহ্য কৰিব পৰা নাই, সুখী হ'ব পৰা নাই। বাৰে বাৰে মোৰ ঋত্বিকৰ কথা এবাৰ মনত পৰিবলৈ ধৰিলে। 'ইণ্টাৰভিউ' দিবলৈ যোৱাৰ আগতে ঋত্বিকে এদিন মোক কৈছিল, মই হেনো ঋত্বিকক পুতলা এটাৰ দৰে ব্যৱহাৰ কৰিব বিচাৰোঁ—যাতে মোৰ ইচ্ছা-মতে নচুৱাব পাৰোঁ। কাৰণ মই হেনো ঋত্বিকতকৈ মোক

বেছি ভাল পাওঁ। 'বেছি ভাল পাওঁ'—অসহ্য, মই আৰু ভাবিব নোৱাৰিলোঁ। সঁচা কথা, অন্য দহজনী তিৰোতাৰ দৰে হোৱা হ'লে মই আজি আটাইতকৈ সুখী তিৰোতা হলোহেঁতেন। আটাইতকৈ বেছি আনন্দ কৰিলোহেঁতেন। কিন্তু ক'তা, মই পৰা নাই কিয় ?

মই বিচাৰিছিলোঁ ঋত্বিকৰ বুকুৰ মাজত এক সম্পূৰ্ণ বেলেগ নিৰ্ভয়তা—যি নিৰ্ভয়তাৰ মাজেদি এখন স্বাধীন পৃথিৱীত আমি বাস কৰিব পাৰোঁ। সীমাবদ্ধ জীৱনৰ মাজত আমাৰ অস্তিত্ব, আমাৰ সত্তা যাতে হেকৰাই পেলাব লগা নহয়।

সকৰেপৰা এটা বৰ নিৰ্মম সত্য উপলব্ধি কৰি আহিছিলোঁ। সেয়া হৈছে, উচ্চ মধ্যবিত্ত আৰু আভিজাত্যৰ ভণ্ডামিৰ নিদৰ্শন হ'ল আমাৰ ঘৰখন, মোৰ দেউতা আৰু ককাইদেউ। এই ভণ্ডামিৰপৰা মুক্ত হোৱাৰ সাহস দিছিল একমাত্ৰ নিৰঞ্জনে; যাৰ সাহসৰ ওপৰত নিৰ্ভৰ কৰিয়েই মই ঋত্বিকৰ হাতত ধৰি এদিন মুৰ দাঙি থিয় হৈছিলোঁ।

কিন্তু এদিন যিখন হাতৰ দৃঢ় মুঠিক আশ্ৰয় কৰি মই মূৰ দাঙি থিয় হোৱাৰ সাহস পাইছিলোঁ, সেই হাতখনৰ দৃঢ় মুঠিটো কিয় ঢিলা হৈ গ'ল ? আজি ঋত্বিকৰ একমাত্ৰ লক্ষ্য মোৰ দেউতাহঁতৰ ঐতিহ্য। মানুহৰপৰা আঁতৰি এক নিৰ্জন দ্বীপত বন্দী হৈ নিজকে সেই দ্বীপৰ ৰজা বুলি যেন কল্পনা কৰাৰ ভ্ৰান্ত বাসনা মাত্ৰ জখলাৰে ওপৰলৈ উঠাৰ বাসনা—তাতকৈ একো নহয়।

এয়া কি হ'ল ?

এয়া কিয় হ'ল মই নাজানো। মই পঙ্কজদাক ক্ষমা কৰিব পাৰোঁ, কাৰণ পঙ্কজদাৰ ভয়—মান হেকৰাৰ ভয়। পঙ্কজদাই জানে, ফুৰা আভিজাত্যৰ চালখন উৰলি আজি য'তে-ত'তে পানী পৰিবলৈ আৰম্ভ কৰিছে। পঙ্কজদাৰ বাসনা নিজৰ বিচনাখনত পানী নপৰাকৈ মাত্ৰ শুবলৈ বিচৰাটোৱেই, তাতকৈ একো নাই। পঙ্কজদাইও বুজি উঠিছে—যিখন চালেদি আজি পানী সৰকিছে, সেইখন চাল এদিন এজাক ধুমুহাতে উৰি যাব।

কিন্তু তেনে এক উৰলি যোৱা ঘৰৰ ছালখনৰ আশ্ৰয় লৈ জীয়াই থকাৰ বাসনা আজি ঋত্বিকৰ কিয় প্ৰাগিল? যিখন ঘৰৰ সুদৃঢ় দুৱাৰ খুলি সোমোৱাৰ সাহস এদিন নাছিল, সেইখন দুৱাৰ উৰাল যোৱাৰ পিছত তাত গৈ চোৰৰ দৰে আশ্ৰয় লোৱাৰ চেষ্টা কিয় হ'ল?

এই প্ৰশ্ন মই নিজকে বহুবাৰ কৰিছোঁ, কিন্তু তাৰ উত্তৰ মই কোনো দিনে বিচাৰি পোৱা নাই।

ঋত্বিকৰ চকুত হয়তো আদৰ্শ পত্নী হ'ল মোৰ মা। মোৰ মায়ে কোনো দিন প্ৰতিবাদ কৰা নাছিল। নাইবা কিছুমান কথা চিৰন্তন সত্য হিচাপে মানি এইবোৰ প্ৰতিবাদ কৰিব লগা কথা হিচাপে কোনো দিন ভাবিব পৰা নাছিল।

আজি যদি মই মাৰ দৰে হৈ যাওঁ ঋত্বিক সুখী হ'ব। মাৰ দৰে পাক-ঘৰৰ চাৰিবেৰৰ মাজত সোমাই থাকিলে তেওঁ ভাল পাব।

সঁচা কথা, মায়ে যিদৰে নিজকে পাক-ঘৰৰ আৰু দেউতাৰ নিশা-শয্যাসঙ্গিনী হোৱাৰ বাহিৰে অন্য একো বুলি জনা নাছিল বা জানি-বলৈ নিবিচাৰিছিল, ঋত্বিকে মোক ঠিক তেনে অৱস্থাত ৰাখিব নোখোজে। মোৰ কিছু স্বাধীনতা আছে, সেয়া হ'ল চিনেমা চোৱা, লেডীজ ক্লাবলৈ যোৱাৰ অধিকাৰ, সুসজ্জিত ড্ৰয়িংৰুমত বহি উল গুঠি সময় পাৰ কৰাৰ অধিকাৰ, ৰেষ্টুৰাঁত বহি চাহ খোৱাৰ অধিকাৰ।

এইটোও সঁচা, ইয়াকে লৈ বহু নাৰীয়ে ভাবে তেওঁলোক স্বাধীন, তেওঁলোক পুৰুষৰ সমকক্ষ। যুগ্ম পৰিয়াল-ব্যৱস্থা ভাঙি স্বামীৰ লগত একেলগে থকাটোকে তেওঁলোকৰ বাবে এগৰাকী নাৰীৰ প্ৰকৃত স্বাধীনতা। কিন্তু তেওঁলোকে এবাৰো ভাবি নাচায় পৰিবৰ্তনশীল সমাজত নাৰীক শোষণ কৰা, নাৰীক 'এক্সপ্লইট' কৰাৰ ই এক নতুন পদ্ধতি। তাতকৈ একো নহয়? তেওঁলোকৰ চুচকুত নাৰীৰ প্ৰতি থকা 'ইমেজ'ৰ কোনো পৰিৱৰ্তন হোৱা নাই। মোৰ দেউতাৰ মোৰ মাৰ প্ৰতি যেনে ধাৰণা আছিল, মোৰ প্ৰতি ঋত্বিকৰো ধাৰণা ঠিক তেনেই। বিশেষ মৌলিক পাৰ্থক্য নাই।

ঋত্বিকে এটা নতুন চাকৰিত যোগ দিবলৈ যাব—জন হিল্টন কোম্পানীৰ 'লেবাৰ অফিচাৰ'; আৰম্ভণিতে প্ৰায় ডেৰ হাজাৰ টকা দৰমহা পাব। 'ফ্ৰী-ফাৰ্‌নিছদ্' এটা ফ্লেট পাব, গাড়ী পাব আৰু বহুত কিবা পাব; কিন্তু মই! মই কি পাম? কোম্পানীৰ ধুনীয়া গাড়ী, ফ্ৰীজ, কাৰ্পেটখনৰ লগত মোৰ পাৰ্থক্য কি?—একো নাই। কোম্পানীৰ আভিজাত্য জীয়াই ৰাখিবলৈ উচ্চ শ্ৰেণীৰ কৰ্মচাৰীসকলৰ যেনেদৰে গাড়ী, ফ্ৰিজ, কাৰ্পেটৰ প্ৰয়োজন; ঠিক তেনেদৰে এগৰাকী ধুনীয়া ছচিয়েল লেডীৰো প্ৰয়োজন। যিখন সীমাবদ্ধ সমাজত মই মাথোঁ ঋত্বিকৰ কাৰণে হ'ম এটা 'ষ্টেটাচ্ চিম্বল', তাতকৈ একো নহয়।

মোৰ মাক বিয়া কৰিবৰ সময়ত দেউতাই মাক চোৱা নাছিল। ফুলশয্যাৰ নিশাৰ আগতে তেওঁ মাক দেখা নাছিল, কাৰণ মা দেখাত কেনেকুৱা, মাৰ স্বভাৱ কেনে—এইবোৰ দেউতাৰ দৰকাৰ নাছিল। দেউতাৰ কাৰণে মাৰ পৰিচয় আছিল মাথোঁ এটাই, সেইটো মোৰ মাৰ বংশ-পৰিচয়। কাৰণ, দেউতাই বিয়া কৰিছিল কোনো এক সম্ভ্ৰান্ত পৰিয়ালৰ ধনী মৌজাদাৰৰ ছোৱালীক।

এতেকে ঋত্বিক আৰু মোৰ দেউতা, মোৰ আৰু মোৰ মাৰ ভিতৰত কি মৌলিক পাৰ্থক্য থাকিব পাৰে? উঁহো একো নাই, একো থাকিব নোৱাৰে।

এসপ্তাহৰ পিছত আমি কলিকতালৈ যাবলৈ ওলালোঁ। ঋত্বিকে কলেজৰ চাকৰিটো ৰিজাইন্ দিলে। মোকো কৈছিল ৰিজাইন্ দিয়াৰ কথা। কিয় জানো মোৰ ঘপ্‌কৰে কলেজৰ চাকৰিটো এৰি দিবলৈ মন নগ'ল। মই দীঘলীয়া ছুটীৰ কাৰণে আবেদন জনালোঁ। ইমান কম দিন চাকৰি কৰি দীঘলীয়া ছুটী পোৱাৰ নিয়ম নাই যদিও প্ৰিন্সিপালে মোৰ প্ৰতি অলপ সহানুভূতিশীল হৈয়ে ছুটী মঞ্জুৰ কৰিলে। মোক ক'লে, "তোমাৰ যদি কলিকতাত ভাল লাগে,

মোলৈ 'বেজিগ্‌নেচন লেটাৰ'খন পঠাই দিবা। যদি আকৌ উন্নতি আহিব বিচৰা তোমাক আমি আকৌ ল ন .!

সেইদিনা 'এবোড্রুম'ত থ'বলৈ পঙ্কজ, নিৰঞ্জন, মা, শাহু, বৰজনা, ননদ ইত্যাদি সকলোৱেই আহিছিল, সকলোৱে শুভেচ্ছা জনাই ঋত্বিকৰ আৰু উন্নতি কামনা কৰিছিল। নিৰঞ্জনে মাথোঁ আনে মুশুনাকৈ কৈছিল, "তোমালোকে এডাল জখলাৰে ওপৰলৈ উঠিবলৈ আৰম্ভ কৰিছা, ইয়াৰ শেষ ক'ত মই নাজানো। কিন্তু মনত ৰাখিবা জখলাৰে যিমানেই ওপৰলৈ যোৱা যায়, সিমানেই তলৰ বস্তুবোৰ চকুৰে নমনা হৈ পৰে…।"

নিৰঞ্জনৰ কথাষাৰৰ কি উত্তৰ দিম ভাবি নাপালোঁ। অজানিতে মোৰ মুখৰপৰা ওলাই আহিল, "হোৱেৰ ছেল্ আই গ', হোৱাট, ছেল্ আই ডু, আই বিলঙ্গ টু ন' হোৱেৰ, মোক তুমি সুসুধিবা, এইবোৰ একো নক'বা, একো নক'বা…।"

"ডোণ্ট বি চেণ্টিমেণ্টেল" ।—নিৰঞ্জনে মোক ক'লে, "তুমি সকলো মনত ৰাখিবা আৰু ঋত্বিকক মনত পেলাই দিয়াৰ দায়িত্বও তোমাৰে 'হোৱেৰ ইউ বিলঙ্গড্' এগৰাকী প্ৰকৃত স্ত্ৰীৰ কৰ্তব্য সিমানেই। ইয়াত যদি তুমি ব্যৰ্থ হোৱা, সেই ব্যৰ্থতা তোমাৰে। তোমাৰ স্বামীৰ নহয়।"

সেইদিনা মই নিৰঞ্জনৰ কোনো কথাৰ উত্তৰ দিয়া নাছিলোঁ।

কলিকতাত আৰম্ভ হৈছিল মোৰ এক নতুন জীৱন। ইয়াত মোৰ এটাই পৰিচয় 'মিচেচ্ ঋত্বিক বৰুৱা'। দিনে দিনে মই অনুভৱ কৰিলোঁ। মোৰ নিজৰ পৰিচয় কলিকতা মহানগৰীৰ ব্যস্ততাৰ মাজত ক'ৰবাত হেৰাই গ'ল।

ক্লাব, পাৰ্ক ষ্ট্ৰিটৰ ৰেষ্টুৰাঁ, চিনেমা, পাৰ্টি, ওৱেল ফাৰ্নিছড্ ফ্লেট, গাড়ী—এই সকলোবে মাজত মই দিনে দিনে হেৰাই যাব ধৰিলোঁ।

প্ৰথম যিদিনা ঋত্বিকে কোনো এটা পাৰ্টিৰপৰা মদ খাই উভতি আহিছিল, সেইদিনা মই শুব পৰা নাছিলোঁ। উচুপি উচুপি কান্দিছিলোঁ। কিন্তু ক'ব নোৱাৰাকৈয়ে এদিন মই অনুভৱ কৰিছিলোঁ। নিশা মদ নাখালে মোৰ যেন ভাল টোপনি নহয়।

মোৰ সৌন্দৰ্য্যৰ উপাসক মিঃ সেনগুপ্ত, মিঃ কাপুৰ, মিঃ ডেভিদ, মিঃ আয়েঙ্গাৰ মই নজনাকৈ মোৰ ঘনিষ্ঠ বন্ধু হৈ গ'ল।

তথাপি কিয় জানো কেতিয়াবা কেতিয়াবা মোৰ নিজকে বৰ নিসঙ্গ লাগে। সেই নিসঙ্গতাৰ মাজত মই নিজকে প্ৰশ্ন কৰোঁ, 'হোৱেৰ ছেল আই গ', হোৱাট ছেল আই ডু'? মই নিজকে উত্তৰ দিওঁ 'আই বিলঙ্গ টু ন' হোৱেৰ'। মোৰ মনত পৰে নিৰঞ্জনলৈ। মোৰ তেতিয়া মন যায় নিৰঞ্জনলৈ লিখিবলৈ, নিৰঞ্জনক খুউব কাষত পাবলৈ। বহু দিন মই নিৰঞ্জনলৈ চিঠি লিখিবলৈ বহিছোঁ, তাৰ পিছত ফালি পেলাইছোঁ। মোৰ তেতিয়া এনে লাগে, মোৰ যেন একো ক'বলৈ নাই, একো লিখিবলৈ নাই। মোৰ যেন মন, সত্তা সকলো শেষ হৈ গৈছে।

অৱশেষত মই অনুভৱ কৰিব ধৰিলোঁ মই যেন হাৰি গৈছোঁ, মই পৰাজিত হৈছোঁ। ঝৰ্ণা বৰুৱা নামৰ ছোৱালীজনীৰ মৃত্যু হৈছে।

ঋত্বিকক ক'লোঁ—"ব'লা, আমি আকৌ অসমলৈ উভতি যাওঁ, তুমি কলেজলৈ যাবা,ময়ো যাম। সন্ধিয়া ব্ৰহ্মপুত্ৰৰ পাৰত, দীঘলী-পুখুৰীৰ পাৰত খোজকাঢ়ি ফুৰিম। বিস্নাত উঠি পাণ-বজাৰলৈ যাম, তাত মাথোঁ থাকিম তুমি আৰু মই। পাৰ্টি নাথাকিব, ক্লাব নাথাকিব, তথাকথিত 'ছচিয়েল এনগেজমেণ্ট' নাথাকিব......।"

মোৰ কথা শুনি ঋত্বিকে হাঃ হাঃকৈ হাঁহিলে আৰু ক'লে, "বৰষুণ হ'লে, ঘৰৰ সন্মুখৰ ৰাস্তাত একাঁঠু পানী হ'লে আমি তাত কাগজৰ নাও চলাম। কোৱা, নোকোৱা কিয়; 'মাই লিটল কিড'......।"

"মই ছিৰিয়াচলী কৈছোঁ ঋত্বিক"—মই ক'লোঁ, "মই সঁচাকৈয়ে

ইয়াৰপৰা যোৱাৰ কথা ভাবিছোঁ।...মোৰ আৰু এই জীৱন সহ্য নহয়।"

হঠাতে মই লক্ষ্য কৰিলোঁ ঋত্বিক যেন কিছু গম্ভীৰ হৈ প'ল। তাৰ পিছত লাহেকৈ ক'লে, "মই জানো তুমি এদিন ইয়াকে ক'বা। কেতিয়াবা মোৰো এনে ভাব হয় মই যেন ক'ৰবাত ভীষণ ভুল কৰিলোঁ, তথাপি আজি আৰু মই উভতি যাব নোৱাৰোঁ। মই এবি অহা জীৱনটোৰ কথা ভাবিব নোৱাৰোঁ, মোৰ হাত-ভৰি এক পিঞ্জৰাৰ মাজত আবদ্ধ। তাৰপৰা মই ওলাই যাবলৈ কেতিয়াও নোৱাৰিম। তোমাৰ দৰে এক ৰোমাণ্টিক বিপ্লৱী হোৱাৰ সাহস মোৰ নাই...যদি তোমাৰ ইয়াত আমনি লাগিছে কিছুদিন ঘৰত থাকি আহাঁ, তোমাৰো ভাল লাগিব, মাইঁতেও ভাল পাব। জানাই, দিনে দিনে 'লেবাৰ ট্ৰাব্‌ল' বেছি হৈছে, মই দীঘলীয়া ছুটী পোৱাৰ আশা নাই।"

সেইদিনা মই ঋত্বিকৰ কথাৰ একো উত্তৰ নিদিলোঁ।

অৱশেষত মই ঠিক কৰিলোঁ উভতি যাম। ক'লৈ যাম মই নাজানো, জানো মাথোঁ মোক মুক্তি লাগে, মোক মাথোঁ অকণমান মুকলি বতাহ লাগে।

যোৱা কালি মই প্লেনেৰে গুৱাহাটীলৈ গুচি আহিলোঁ। এয়াৰ-প'ৰ্টলৈ আহি ঋত্বিকে মোক কৈছিল, "মই বুজি নাপাওঁ ঝৰ্ণা, তোমাৰ কিহৰ অভাৱ, কিহেৰে তোমাক মই সুখী কৰিব পাৰিম। তোমাক সুখত ৰাখিবৰ কাৰণে বেচৰকাৰী কলেজৰ চাকৰি এৰি আহি এই কোম্পানীৰ চাকৰিত সোমাইছিলোঁ। সুসজ্জিত ফ্লেট, গাড়ী, বিচৰা অনুসৰি সকলো বস্তুকে মই পাৰ্য্যমানে দিবলৈ চেষ্টা কৰি আহিছোঁ। ইয়াৰ পিছতো তুমি যদি অসুখী হোৱা, মই নিৰুপায় ঝৰ্ণা।"

তেতিয়া মোৰ সুধিবৰ মন গৈছিল, 'তুমি কিয় নিজকে ফাকি দিছা ঋত্বিক। সঁচাই তুমি কোৱাচোন, এই সকলোখিনি একমাত্ৰ মোৰ কাৰণেই কৰিছা? একমাত্ৰ মোক ভাল পোৱাৰ কাৰণে?'

নাই নাই; সেই প্ৰশ্ন মই মুখ ফুটাই সুধিব নোৱাৰিলোঁ। মই অনুভৱ কৰিছিলোঁ সেই প্ৰশ্ন কৰাৰ আজি কোনো অৰ্থ নাই, কোনো প্ৰয়োজন নাই।

কোনো খা-খবৰ নোহোৱাকৈ হঠাৎ মই আহি ওলোৱাত সকলো আচৰিত হ'ল যদিও মই অহাত সকলোৱে ভাল পালে, বিশেষকৈ মোৰ মা আৰু ককাইদেৱে। যোৱা নিশা শহুৰৰ ঘৰত থকাৰ পিছত আজি পুৱা ককাইদেউ আহিল মোক নিবলৈ। ইমান দিনৰ মূৰত আহিছোঁ। কোনোৱে সেই কাৰণে বাধা নিদিলে।

দিনটো মা আৰু ককাইদেউৰ লগত কলিকতাৰ কথাবোৰ পাতি মোৰ বৰ আমনি লাগিব ধৰিলে। প্ৰত্যেক মুহূৰ্ত্তে মা আৰু ককাইদেউক কিমান ফাকি দিম, মোৰ গল্পবোৰেৰে কিমান বুজাম মই কিমান সুখী! মই কিমান সুখী!!

সেইবাবে আবেলি পঙ্কজদাক সুধিলোঁ, "তোমাৰ গাড়ীখন এতিয়াও ঠিকেই চলি আছে নে?"

"অ' আছে"—ককাইদেৱে ক'লে, "অলপ দিনৰ আগতে অভাৰ অয়লিং কৰাইছোঁ, একো ট্ৰাব্‌ল দিয়া নাই, কিয় তই ক'ৰবালৈ যাব খুজিছ নেকি?"

"অ' যাম বুলি ভাবিছোঁ।"

"ক'লৈ যাবি?"—ককাইদেৱে ক'লে, "বহুদিন হ'ল, গাড়ীখন লৈ ওলোৱা নাই ....."

"তুমি ওলাব নালাগে"—মই এটা বিৰাট ফাকি দি ক'লোঁ, "মই ঋত্বিকৰ আপোন মানুহ হুষবমানৰ ভালৈ যাম, দীপিকাহঁতক ওলাই থাকিবলৈ কৈ আহিছিলোঁ। গাড়ীখন নিলে তোমাৰ একো অসুবিধা নহয়তো?"

"নহয়"—পঙ্কজদাই অলপ আচৰিত হৈ সুধিলে, "কিন্তু গাড়ী চলাব কোনে?"

"কিয় মই?"—খুউৰ সাধাৰণ কথা এটা কোৱাৰ দৰে মই ক'লোঁ,

“মিচেচ্ খাৰিক বৰুৱাই, জন হিল্‌টন্ কোম্পানীৰ মেনেজাৰ খনিতাৰ পত্নীয়ে গাড়ী চলোৱাই নহয়, জানা আৰু বহুত কাম কৰিব পাৰে, বহু কাম জানে...”

“সঁচা?”

পঙ্কজদাই আচৰিত হৈ মাথোঁ। মোৰ মুখখনলৈ ভেবা লাগি চাই থাকিল। তেওঁ যেন নিজৰ কাণ দুখনকে বিশ্বাস কৰিব পৰা নাছিল।

এটা বিৰাট ফাকি দি মই পঙ্কজদাৰ গাড়ীখন লৈ ওলাই আহিলোঁ। মই গাড়ীখন চলাই ওলাই অহা দৃশ্যটো মোৰ মা আৰু ককাইদেৱে খুউব আচৰিত বস্তু এটা চোৱাৰ দৰে উপভোগ কৰিলে।

গাড়ীখন লৈ ওলাইহে আহিলোঁ, কিন্তু ওলাই আহি ক'লৈ যাম মই একো ঠিক কৰিব নোৱাৰিলোঁ। এনেয়ে এবাৰ দীঘলী-পুখুৰীৰ পাৰেদি নদীৰ পাৰ পালোঁগৈ। তাৰপৰা হঠাতে কিয় জানো মোৰ চান ভিউ হোটেলৰ কথা মনত পৰিল। এইখন হোটেলৰ কথা ককাইদেউৰ মুখত শুনিছিলোঁ, দেখা নাছিলোঁ। অৱশ্যে কলিকতালৈ যোৱাৰ পিছত ইয়াতকৈ বহু দামী অভিজাত হোটেল, ৰেষ্টুৰাঁ, বাৰ দেখিছোঁ, ঘণ্টাৰ পিছত ঘণ্টা কটাই আহিছোঁ।

মোৰ অজানিতে ব্ৰহ্মপুত্ৰ পাৰৰ ৰাস্তাটোৱেদি মোৰ গাড়ীখন চান ভিউ হোটেলৰ ফালে আগুৱাৰ ধৰিলে। মই গৈ যেতিয়া হোটেলৰ সন্মুখত গাড়ীখন ৰখাইছিলোঁ, তেতিয়া চাৰিওকালে আবেলিৰ নিৰ্জনতা। হোটেলৰ আলহী যি য'ত আছে হয়তো নিজ নিজ কোঠাৰ ভিতৰতে আছে। বাৰত ভিৰ কৰিবলৈ এতিয়াও সন্ধিয়াৰ অতিথি অহাৰ সময় হোৱা নাই।

এগৰাকী অসমীয়া ভদ্ৰ মহিলাক অকলে বাৰলৈ সোমাই অহা দেখি ৰিচেপচন্ কাউণ্টাৰৰ বাৰমেন্‌জনলৈকে প্ৰায়বোৰ কৰ্মচাৰীয়ে

অলপ হয়তো আচৰিত হৈছিল। কিন্তু বাহিৰত একো কৌতূহল প্ৰকাশ কৰা নাছিল।

মই এক পেগ্ জীন আৰু এপেকেট ইণ্ডিয়া কিংচ্ চিগাৰেটৰ অৰ্ডাৰ দি বাৰৰ এটা চুকত বহি পৰিলোঁ। দুটা চিগাৰেট আৰু দুপেগ্ জীন শেষ কৰি মনটো অলপ ফৰকাল লাগিল। হঠাতে কিয় জানো মোৰ নিৰঞ্জনলৈ মনত পৰিল। ঘড়ীটোলৈ চালোঁ। নিৰঞ্জন প্ৰেছলৈ আহিবৰ সময় হৈ গৈছে। বিচেপচন্ কাউণ্টাৰলৈ উঠি গৈ হঠাতে নিৰঞ্জনক অবাক কৰি দিবৰ মন গ'ল। নিৰঞ্জনে মোৰ মাতটো ফ'নত ধৰিব পৰা নাছিল। বিশেষ কথা নাপাতি নিৰঞ্জনে ক'লে, "ৰ'বা মই গৈ আছোঁ, ঋত্বিকো আছে নহয়?" মই কলোঁ, "ঋত্বিক অহা নাই।" নিৰঞ্জনে আচৰিত হৈ ক'লে, "তুমি অকলে কি কৰিছা?" "মই কি কৰিছোঁ, হাঃ হাঃ হাঃ"—মই হাঁহি দিলোঁ, "তুমি নিজেই চোৱাহি, তোমাৰ ফিনিক্স পখীৰ ডেউকাত জুই জলাইছোঁ।"—"কি?"—একো বুজি নোপাৱাৰ দৰে নিৰঞ্জনে চিঞৰি উঠিল। মই একো উত্তৰ নিদি বিচিত্ৰাৰটো নমাই থলোঁ।

প্ৰায় আধা ঘণ্টাৰ পিছত নিৰঞ্জন বাৰৰ ভিতৰলৈ সোমাই আহিল।

মই ভাবিছিলোঁ নিৰঞ্জন আহি হুলস্থুল কৰি মোক কৰ্কথনা কাৰৰ, গালি পাৰিব, জোৰ কৰি বাৰৰপৰা লৈ যাব।

আচৰিত; সঁচাই আচৰিত নিৰঞ্জনটো। নিৰঞ্জনে মোক কেনেকৈ ইমান সহজভাৱে লৈছে নাজানো।

নিৰঞ্জনে কেতিয়াবা মদ খাইছিল নে নাই নাজানো। মই দেখাও নাই, শুনাও নাই।

কিন্তু মোৰ সন্মুখত আজি বীয়েৰৰ মাগ্‌টো লৈ কৈছে, "চিয়েৰ্।"

কোনো প্ৰশ্ন নাই। কোনো উত্তেজনা নাই। কোনো কৰ্কথনা নাই। নিৰঞ্জনে ইমান সহজভাৱে কেনেকৈ গ্ৰহণ কৰিছে মই বুজা নাই।

মোৰ বৰ অসহ্য লাগিব ধৰিলে।

মোৰ এনে লাগিছে নিৰঞ্জনে যেন মোক গালি পাৰক, ককৰ্থনা কৰক, জোৰ কৰি মোক ইয়াৰপৰা ক'ৰবালৈ লৈ যাওক।

কিন্তু ক'তা! নিৰঞ্জনেতো একো কৰা নাই। মাথোঁ এবটল বীয়েৰ শেষ হোৱাৰ পিছত অন্য এটা বটলৰপৰা মাগ্‌টোত আকৌ বীয়েৰ ঢালিছে।

নিৰঞ্জনে মাথোঁ মোক কৈছে: তোমাক মই আকৌ নতুনকৈ চাইছো স্বৰ্ণা!

: মোক, নতুনকৈ? মোক নতুনকৈ চাবলৈ কি আছে! একো নাই। মোৰ সকলো শেষ হৈ গৈছে।

নিৰঞ্জনৰ মতে ইমানখিনি পোৱাৰ পিছতো মই কিহত অসুখী তেওঁ একো বুজিব পৰা নাই।

সেয়া বুজাবো জানো আজি কিবা অৰ্থ আছে? নাই, কোনো অৰ্থ নাই।

: মই তোমাৰ ব্যক্তিগত জীৱনৰ কথা সুধিব বিচৰা নাই—নিৰঞ্জনে বহু সময় নীৰৱে থকাৰ পিছত ক'বলৈ আৰম্ভ কৰিলে: তুমি কলিকতালৈ যোৱাৰ দিনা এয়াৰ-প'ৰ্টত মই তোমাক এবাৰ কথা কৈছিলোঁ, মনত আছে?

"আছে।"

"যদি তুমি ব্যৰ্থ হৈছা, পত্নী হিচাপে সেই ব্যৰ্থতা তোমাৰে...।"

"তুমিও কি তাকেই কোৱা?"—মই একপ্ৰকাৰে চিঞৰি উঠিলোঁ, "তুমি কি মোক কম্প্ৰ'মাইজ কৰিবলৈ কোৱা?"

"এইটো ঠিক কম্প্ৰমাইজৰ কথা নহয়"—নিৰঞ্জনে ক'লে, "মই নিজে মাৰ্ক্সবাদী আদৰ্শৰ অনুগামী মানুহ, সেই আদৰ্শৰ অনুগামী হিচাপে মই ভাবোঁ, 'কমৰেড'ৰ মহান দায়িত্ব এজন প্ৰতিক্ৰিয়াশীলক প্ৰতিক্ৰিয়াশীল বুলি গালি পৰাতে সীমাবদ্ধ নহয়, তেওঁক এজন কমৰেড বনোৱাৰ। নিজৰ আদৰ্শৰ দ্বাৰা প্ৰভাৱান্বিত কৰাৰ।

এগবাকী বিদুষী পত্নী হিচাপে তোমাৰ দায়িত্ব ঠিক সেই কমবেছৰ দৰে—এই কথাষাৰ আজি মই ইমান নির্মমভাৱে অনুভৱ কৰিছোঁ কিয় জানা? নিজৰ আদর্শৰ অহঙ্কাৰত মই মাথোঁ মানুহবপৰা চিৰ-জীৱন আঁতৰি ফুৰিলোঁ। মাথোঁ পলাই ফুৰিলোঁ নিজকে আৰু আনক প্রতাৰণা কৰি। তাতোকৈ মই আৰু একো কৰিব নোৱাৰিলোঁ। মই আজি বৰ বেয়াকৈ অনুভৱ কৰিছোঁ মোৰ আদর্শৰ সৈতে মই এটা সম্পূর্ণ অলকশৰীয়া মানুহ······।”

“কিন্তু, মই একো ভাবি নাপাওঁ ঋত্বিকে কিয় মোক বুজিব নোৱাৰিলে। এদিন এক মহান আদর্শৰ নামতে ঋত্বিকক সকলোৰে বিৰুদ্ধে থিয় হৈ মই বিয়া কৰাইছিলোঁ, মহৰীৰ ঘৰৰ ল'ৰা বুলি মোৰ ককাইদেউ, মোৰ মা, মোৰ বংশ-পৰিয়ালে হাঁহিছিল · মই ভাবিছিলোঁ ঋত্বিকে এদিন ইয়াৰ বিৰুদ্ধে বিদ্রোহ কৰিব। ভাবিছিলোঁ পচা আভিজাত্যৰ ভণ্ডামিৰ বিৰুদ্ধে আমি এদিন দুয়ো থিয় হ'ব পাৰিম। নতুন সমাজৰ পাতনি মেলিব পাৰিম। কিন্তু ক'তা? ঋত্বিকেতো বিদ্রোহ নকৰিলে। মাথোঁ উৰলি যোৱা আভিজাত্যক জীৱনৰ আদর্শ হিচাপে গ্রহণ কৰিলে ·····।”

“ঠিক সেইখিনিতেই ভুল হ'ল ঝর্ণা।”—নিৰঞ্জনে মোক বাধা দি উঠিল, “ঋত্বিকৰ ককাক মহৰী আছিল। কিন্তু সর্বহাৰা নাছিল। আজি মই কাম কৰা কাগজখনৰ যেনে পর্যায়ৰ চাকৰ, ঠিক তেনেদৰে ঋত্বিকৰ ককাকো আছিল তোমাৰ ককাদেউতাৰ তেনে পর্য্যায়ৰ চাকৰ। দুবেলা দুমুঠি প্রেছৰ সাধাৰণ শ্রমিক এজনতকৈ ভালকৈ খাবলৈ পোৱাৰ আশাত মই যিদৰে মোৰ মালিকৰ শোষণৰ বিৰুদ্ধে থিয় হ'ব নোৱাৰোঁ; ঠিক তেনেদৰে ঋত্বিকৰ ককাকেও তোমাৰ ককাদেউতাৰ বিৰুদ্ধে থিয় হোৱাৰ কথা ভাবিব নোৱাৰিছিল। দুবেলা দুমুঠি আনতকৈ ভালকৈ খাবলৈ পোৱাৰ অজুহাতত আমি সদায় সর্বহাৰা শ্রেণীটোক ঠগি আহিছোঁ। মোৰ লক্ষ্য যেনেকৈ মোৰ মালিকৰে সুখৰ ক্ষুদ্রতম অংশীদাৰ হোৱা, ঠিক তেনেদৰে

ঋত্বিকৰ ককাকৰ আদৰ্শ আছিল যি কোনো উপায়েৰে হোৱাক কষ্ট-দেউতাহঁতে ভোগ কৰা সুখৰ সামান্য অংশীদাৰ হোৱা। তেনে কোনো শ্ৰেণীত উঠা।……ঠিক তেনে এটা পৰিবেশত ডাঙৰ হোৱা কোনো সন্তানৰপৰা কেতিয়াও তুমি বিদ্ৰোহ আশা কৰিব নোৱাৰা। কেতিয়াও নোৱাৰা। এই শ্ৰেণীটোৱেই হ'ল আজিৰ সমাজত আটাইতকৈ ধ্বংসক শ্ৰেণী। তুমি ঋত্বিকৰপৰা আঁতৰি আছিব পাৰা। কিন্তু মনত ৰাখিবা আজি তুমি, মই আৰু ঋত্বিক একে শ্ৰেণীভুক্ত মানুহ। আমাৰ ক্ষোভৰ কাৰণ আমাতকৈ ওপৰৰ শ্ৰেণীটোৱে পোৱা সুখ আৰু প্ৰাচুৰ্য্য আমাতকৈ তলত থকা যিটো শ্ৰেণীয়ে দুবেলা দুমুঠি ভাত খাবলৈ নাপাই অৰ্দ্ধাহাৰে দিনৰ পিছত দিন পাৰ কৰিছে, সিহঁতৰ কাৰণে আমাৰ কোনো ক্ষোভ নাই। আমি বিদ্ৰোহ কৰিবলৈ আগবাঢ়ি আছিলেও আমি সিহঁতকে সদায় সেই বিদ্ৰোহৰ আমাৰ সুখৰ হাতিয়াৰ হিচাপে ব্যৱহাৰ কৰিম…· তুমি ঋত্বিকক স্বীকৃতি দিবৰ কাৰণে তোমাৰ ঘৰখনক ত্যাগ কৰিছিলা—তোমাৰ, মোৰ বিদ্ৰোহৰ পৰিধি ঠিক সিমান দূৰলৈ। তাতোকৈ বেছি নহয়। কিন্তু ইয়াতকৈ যেতিয়া ডাঙৰ দায়িত্ব, ডাঙৰ আদৰ্শৰ কাৰণে ত্যাগ কৰিবৰ প্ৰয়োজন হ'ব, তেতিয়া পাৰিবা তুমি সৰ্বস্ব ত্যাগ কৰি ওলাই আহিবলৈ? যদি পাৰা মই জানিম তুমি সঁচাকৈয়ে জয়ী হৈছা। সঁচাকৈয়ে জয়ী হৈছা…।"

একেলগে বহু সময় কথা কৈ নিৰঞ্জন অলপ ৰ'ল। নিৰঞ্জনে মুখত বিবিন্তি পৰা ঘামবোৰ মচি এচোক বীয়েৰ খালে। ইমান সময় মই একেথৰে নিৰঞ্জনৰ মুখলৈ চাই তেওঁৰ কথা শুনি আছিলোঁ। নিৰঞ্জনে কথা বন্ধ কৰাত মই মাথোঁ লাহেকৈ সুধিলোঁ—

"মোক এতিয়া তুমি কি কৰিবলৈ কোৱা?"

"মই? মই কি ক'ম?"—নিৰঞ্জনে ক'লে, "নিজৰ বিষয়ে ভাবিব পৰাকৈ মই ভাবোঁ তুমি এতিয়া নিশ্চয় 'মেচিয়ৰ' হৈছা।"

"তথাপি মই বৰ ক্লান্ত হৈ পৰিছোঁ। মই যেন একো ঠিক কৰিব

নোৱাৰা হৈ পৰিছোঁ······মোক আজি তুমি জানো সেই আশ্ৰয় দিব নোৱাৰা······?”

: কি? মই?—একেবাৰে মুগুনিব লগা কথা এটা শুনাৰ দৰে নিৰঞ্জন চমক খাই উঠিল, “মই তোমাক কি আশ্ৰয় দিম? মই এটা দিশহাৰা মানুহ, আলি-দোমোজাত থিয় হৈ পথ বিচৰা মানুহ,·· তুমি কি অৰ্থ কৰিছা একো বুজা নাই। একো বুজিব পৰা নাই।”

: মই নিজেও একো বুজিব পৰা নাই নিৰঞ্জন। মই নিজেও একো বুজিব পৰা নাই।

: মোৰো আজি এই মুহূৰ্তত এনে লাগিছে আৰু বুজাৰ যেন একো প্ৰয়োজন নাই। সকলো বুজাৰ, সকলো চিন্তাৰ প্ৰয়োজন এতিয়া শেষ হৈ গৈছে। চিঞৰি চিঞৰি ক'বলৈ মোৰ মন গৈছে, when the day of judgement comes, we shall not asked what we have read.”

মই একো উত্তৰ নিদিলোঁ।

নিৰঞ্জনেও একো কোৱা নাই।

দুয়ো নিস্তব্ধ।

আমি যেতিয়া আহি গাড়ীত উঠিছিলোঁ তেতিয়া নিশা কিমান মই নাজানো। ঘড়ী চোৱা নাই। হঠাতে ব্ৰহ্মপুত্ৰৰপৰা বৈ অহা এজাক চেঁচা বতাহে উত্তপ্ত শৰীৰটো যেন বহুখিনি শীতল কৰি পেলালে।

স্বয়ংক্ৰিয় যন্ত্ৰৰ দৰে কিছুদূৰ অহাৰ পিছত মই ক'লোঁ: কোৱা নিৰঞ্জন, একো নোকোৱা কিয়?

: মই? মই কি ক'ম?

: কিবা কোৱা, বহু দিন তুমি মোক তোমাৰ কবিতা শুনোৱা নাই, ক'বলৈ যদি একো নাই এটা কবিতাকে শুনোৱা ·····।

: কবিতা? সঁচাই শুনিবা?

: নিশ্চয়।

: শুনা তেনেহলে, অৱশ্যে আজি তোমাক শুনাব'ল মোৰ কোনো নিজা কবিতা নাই। কবি নৱকান্তৰ কবিতা শুনিবা ?

: শুনোৱা। যেই কোনো এটা কবিতা হ'লেই হ'ল।

নিৰঞ্জনে গাড়ীৰ খিৰিকীৰে দূৰৰ শান্ত-শীতল ব্ৰহ্মপুত্ৰখনলৈ চাই লাহে লাহে কবিতা আবৃত্তি কৰিব ধৰিলে –

'এই—এতিয়া মই মোক জ্বলাই দিলোঁ।
        জ্বলাই দিলোঁ মোৰ প্ৰাচীন ডেউকা
        যি ডেউকাৰে মই উৰিব পৰা নাছিলোঁ।
        ধপ্‌ধপনিৰে কেৱল বতাহ কোবাইছিলোঁ।
                                        —বতাহ
        আৰু জগাই তুলিছিলোঁ বিদ্ৰূপ আৰু হা-হুতাশ
        জ্বলাই দিলোঁ মোৰ হাজাৰ বছৰীয়া ৰাজহাড়
        য'ৰপৰা ওলাইছিল অসংখ্য থুনুকা কামিহাড়ৰ ঠেঙুলি
        নিঃশেষ হৈ গৈছিল যাৰ কামিহাড়ৰ মজ্জাৰ ৰস।
        এক বিচিত্ৰ সূৰ্য্যৰ উত্তাপত মই উমান পালোঁ
                মোৰ ইন্ধনৰ
                মোৰ সন্তানৰ তেজৰ উম
        মোৰ জন্ম হ'ল
        মোৰ জন্ম হ'ল।*

গাড়ীখন নিশাৰ আন্ধাৰ ফালি মাথোঁ গৈ থাকিল।

দূৰত শান্ত-শীতল ব্ৰহ্মপুত্ৰখন বৈ থাকিল এক নিস্তব্ধ গতিৰে – যাৰ গতিৰ শেষ ক'ত মই নাজানো।

মোৰ এনে লাগিল মই যেন মাথোঁ এক চিৰপ্ৰৱাহিত নদী—যাৰ গতি আছে, শেষ নাই।

জোৰেৰে 'ষ্টিয়েৰিং হুইল'ডাল মই খামুচি ধৰিলোঁ।

---

* ফিনিক্সৰ জন্ম-যন্ত্ৰণা : নৱকান্ত বৰুৱা